# বিপ্লৱী

ব্ৰজনাথ শৰ্মা
বৰনগৰ, কামৰূপ

॥❀॥ বাণী প্ৰকাশ ॥❀॥

পাঠশালা ● গুৱাহাটী ● কলিকতা



প্ৰকাশক :
শ্ৰীঅম্বিকাপদ চৌধুৰী
বাণী প্ৰকাশ
পাঠশালা
কামৰূপ

পাণবজাৰ
গুৱাহাটী-১
১০ কৈলাস বোস ষ্ট্ৰীট
কলিকতা-৬

বেটুপাত :
শ্ৰীদেৱব্ৰত মুখোপাধ্যায়

প্ৰথম প্ৰকাশ :
ৰূপালী জয়ন্তী উৎসৱ
৩ ডিচেম্বৰ, ১৯৭৩

বেচ : পাঁচ টকা পঞ্চাশ পইচা মাথোন



ছপা : পূৰ্বোদয় প্ৰেছ
১০ কৈলাস বোস ষ্ট্ৰীট, কলিকতা-৬

## স্মৃতিকথা

শিলাগাঁওখন এখন প্ৰাচীন বুৰঞ্জী প্ৰসিদ্ধ গাঁও। পঞ্চদশ শতাব্দীত এই গাঁওখন সংস্কৃত শিক্ষাৰ কেন্দ্ৰভূমি আছিল। আজিলৈকে সেই গাঁওখনত সংস্কৃত পণ্ডিত আছে আৰু সংস্কৃতৰ চৰ্চাও কম বেছি পৰিমাণে চলি আছে। সেইখন গাঁওতে ব্ৰজনাথ শৰ্মাৰ জন্ম হৈছিল। গাঁওখন আমাৰ গাঁওৰ ওচৰা ওচৰি। আমাৰ গাঁওৰ আৰু শিলাগাঁওৰ মানুহৰ মাজত যথেষ্ট চলকৰ আগৰেপৰা চলি আহিছে। সেই হিচাপে আমাৰ সৰুৰেপৰা শৰ্মাদেৱহঁতৰ ঘৰৰ লগত পৰিচয় আছিল। শৰ্মাদেৱৰ পৰিয়ালৰ পুৰণি ব্ৰহ্মোত্তৰ নিস্পিখেৰাজ মাটি আছিল। কিন্তু আমাৰ সেই অঞ্চলটো ১৮৯৭ খৃঃ অঃৰ প্ৰলয়ঙ্কৰী ভূঁইকপত ধ্বংস হৈ যোৱাত জলাতন হৈ যায়। নানান বেমাৰ আজাৰত বহুত মানুহ মৰে আৰু বানপানীৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি বহুত মানুহ আমাৰ সেইকালৰ গাঁওবিলাকৰপৰা ভাগি নানান ঠাইলৈ ছেদেলি ভেদেলি হৈ যায়। শিলাগাঁওখনো তেনে বিপৰ্যয়ৰ সন্মুখীন নোহোৱাকৈ থকা নাছিল। গাওঁখনৰপৰা পণ্ডিত-বিদ্বান-খেতিয়ক সকলো শ্ৰেণীৰে কিছুমান মানুহ দিহা-দিহি গুচি যোৱাত গাঁওখন সৰু হৈ গ'ল আৰু চাৰিওফালে হাবি বননিয়ে আগুৰি ধৰিলে। কিন্তু শৰ্মাহঁতৰ ঘৰ তাতেই থাকিল। এওঁলোক তিনিজন ভাই ককাই। ব্ৰজনাথ শৰ্মাদেৱে আছিল ভ্ৰাতৃসকলৰ ভিতৰত কনিষ্ঠ। এওঁলোকৰ পিতৃদেৱ বোধকৰো এওঁলোক যেতিয়া তেনেই নাবালক সেই অৱস্থাতে ঢুকায়। এওঁলোকৰ ভৰণ পোষণৰ দায়িত্ব জ্যেষ্ঠ ভ্ৰাতৃ মহেশ্বৰ শৰ্মাদেৱৰ ওপৰত পৰিছিল। পৰিয়ালটো প্ৰভাৱ প্ৰতিপত্তিশালী হলেও চহকী নাছিল। গতিকে লেখাপঢ়াত এওঁলোকৰ কোনোৱে বেছি আগবাঢ়ি যাব নোৱাৰিলে।

তাৰ পিছত প্ৰথম বিশ্ব যুদ্ধৰ সময়ত (১৯১৪-১৮) শৰ্মাদেৱে সৈন্য বাহিনীত ভৰ্তি হৈছিল আৰু যুদ্ধ শেষ হওঁ হওঁ অৱস্থাত মেচোপটেমিয়া আদি ঠাইলৈ গৈছিল। কিন্তু তাত বেছি দিন থাকিব লগীয়া নহ'ল। যুদ্ধ শেষ হোৱাত তেওঁ ঘৰলৈ ঘূৰি আহিল।

শৰ্মাহঁতৰ ঘৰত সৰুৰেপৰা গান বাদ্যৰ চৰ্চা আছিল। তেখেতৰ সৰু ককায়েক কৃষ্ণকান্ত শৰ্মা আৰু নিজেও গান বাদ্য আৰু অভিনয়ত পটুলোক আছিল। যুদ্ধৰপৰা ঘূৰি আহি এই দুই গৰাকী ভাই ককায়ে শিলাগাঁওতে এটি যাত্ৰাৰ দল আৰম্ভ কৰিলে। সেই সময়ত্ এনেকুৱা যাত্ৰাৰ দল আন আন ঠাইতো আছিল। আমাৰ সেই অঞ্চল ব্ৰাহ্মণপ্ৰধান অঞ্চল আছিল। তেখেত-সকলৰ যুৱকসকলৰ ভিতৰত কেবা গৰাকীও গান বাদ্য অভিনয় আদিত নিপুণ লোক আছিল। সেই সকলৰ ভিতৰত উদয়নাথ শৰ্মা আৰু হৰেন্দ্ৰনাথ শৰ্মাৰ নাম উল্লেখযোগ্য। হৰেন্দ্ৰনাথ শৰ্মা আজিও জীৱিত আছে। এই আটাইবিলাকক গোটাই লৈ শৰ্মাদেৱে এটি ধুনীয়া যাত্ৰাৰ দল সংগঠন কৰিছিল। সেই সময়ত আমাৰ গাঁওবিলাকত বঙালী নাটকৰ অভিনয় প্ৰচলিত আছিল। এই দলটোৱে বঙালীতে অভিনয় কৰিছিল। সেই যাত্ৰা দলটোৰ সুনাম সেই সময়ত আমাৰ অঞ্চলত বিশেষকৈ প্ৰচাৰিত হৈছিল। কিন্তু দলৰ মানুহবিলাকে খেতিবাতি আৰু ঘৰুৱা নানান লেঠাত ব্যস্ত থাকিব লগা হোৱাত দলটো বেছিদিন স্থায়ী নহ'ল। দলটো ভাঙি যোৱাত শৰ্মাদেৱে বৰনগৰলৈ উঠি গ'ল। ইয়াৰ ভিতৰতে তেওঁলোকৰ ব্ৰহ্মোত্তৰ মাটি আদিও নানা বিপৰ্যয়ত নীলাম বিক্ৰী হৈ গ'ল। শৰ্মাদেৱে বৰনগৰৰ মাতুলী-জাৰতে বিয়াও কৰিছিল। তাত গৈ তেখেতে দক্ষিণ গণকগাড়ী গাঁওত মাটি বাৰী লৈ ঘৰবাৰী কৰি স্থায়ী বসতি আৰম্ভ কৰিলে। খেতিবাতিৰ মাটিও কিছু গোটাই ললে। অৱস্থাৰ পৰিবৰ্তন ঘটালে ; কিন্তু তেখেতৰ শিল্পী মন সদায় যাত্ৰা থিয়েটাৰৰ ফালেহে আছিল। অলপ সাংসাৰিক স্থায়িত্ব অহাৰ পিছত তেখেতে পুনৰ এটি ভ্ৰাম্যমান যাত্ৰাৰ দল সংগঠন কৰাত লাগি গ'ল। ককায়েক কৃষ্ণকান্ত শৰ্মা আৰু সোদৰ প্ৰতিম উদয়নাথ শৰ্মা, হৰেন্দ্ৰনাথ শৰ্মা প্ৰমুখ্যে আৰু বচা বচা কেইগৰাকীমান অভিনেতা লগত লৈ এনে এটা ভ্ৰাম্যমান যাত্ৰাৰ দল সংগঠনত তেখেত কৃতকাৰ্য হৈছিল। আৰু এই দলটো লৈ তেখেতে অসমৰ বিভিন্ন ঠাইত কৃতকাৰ্যতাৰে অভিনয় প্ৰদৰ্শন কৰি ফুৰিছিল। এইবাৰ কিন্তু সকলোবিলাক নাটক অসমীয়াত অভিনীত হৈছিল। তেখেতে নিজেও নাটক ৰচনা কৰিছিল আৰু কৃতকাৰ্যতাৰে সেইবিলাকৰ অভিনয়ো কৰিছিল। আৰম্ভণিতে তিৰোতা মানুহ দলত নাছিল। তিৰোতাৰ ভাও পুৰুষেই লৈছিল। কিন্তু ব্যক্তি নিৰ্বাচন আৰু ভাওবিলাক ইমান নিখুঁত হৈছিল যে তিৰোতাৰ ভাওত পুৰুষেই ভাও দিছে নে তিৰোতাই ভাও দিছে দৰ্শকে ধৰিব নোৱাৰিছিল। নৃত্য গীত অভিনয় আৰু সাজ সজ্জা সকলোতে এই দলটোৱে অসাধাৰণ কৃতিত্ব অৰ্জন কৰিছিল

এইদৰে কেইবছৰমান চলাৰ পিছত শৰ্মাদেৱৰ প্ৰগতিবাদী মনটোৱে তিৰোতাৰ ভাও তিৰোতাৰদ্বাৰাই হব লাগে বুলি ভৱাত আৰু তিৰোতা অভিনেতৃ দলত অন্তৰ্ভুক্ত কৰাত দলৰ কেবাজনো বিশিষ্ট অভিনেতা তেখেতৰ ককায়েক প্ৰমুখ্যে দল পৰিত্যাগ কৰি গ'ল। তেওঁলোক যোৱাৰ পিছতো শৰ্মাদেৱে দলটো এৰি পেলোৱা নাছিল, চলাই আছিল। বহু চেষ্টা কৰিছিল চলাই থাকিবলৈ, কিন্তু শেহত নোৱাৰিলে। দলটো ভাগি গ'ল। দলটো ভগাৰ লগে লগেই শৰ্মাদেৱৰ শিল্পী জীৱনৰ অৱসান হোৱা বুলি কলেও অত্যুক্তি নহয়। তেখেতে সকলো বাদ দি আকৌ খেতিত লাগিল। শাক-পাচলিৰ খেতিত তেখেতে এটি সমগ্ৰ বৰনগৰজুৰি নতুন জাগৰণৰ সৃষ্টি কৰিছিল। অৰ্থোপাৰ্জনো তেখেতৰ যথেষ্ট হৈছিল।

তাৰ পিছত আহিল দ্বিতীয় মহাযুদ্ধ। দ্বিতীয় মহাযুদ্ধৰ লগে লগে কংগ্ৰেছৰ সংগঠন আৰু কাৰ্যক্ৰমে এটা নতুন গতি ললে। সংগঠন আৰম্ভ হ'ল। শৰ্মাদেৱে সংগঠনত সক্ৰিয় অংশ গ্ৰহণ কৰিলে। ১৯৩৯ চনৰপৰা বিয়াল্লিচৰ গণ আন্দোলনলৈ বৰনগৰ হ'ল একেবাৰে বৃটিছ সাম্ৰাজ্যবাদৰ যুদ্ধৰ ঘাটি আৰু স্বাধীনতা সংগ্ৰামৰো প্ৰধান ৰণস্থলী। স্বাধীনতা সংগ্ৰামৰ সেইটো অঞ্চলত নন্দমোহন মজুমদাৰদেৱে সেনাপতিত্ব কৰিছিল আৰু তেখেতৰ বিশিষ্ট সৌঁহাত স্বৰূপ আছিল ব্ৰজনাথ শৰ্মাদেৱ। ১৯৪২ চনৰ বৰনগৰৰ স্মৃতি মনত পৰিলে আজিও শৰীৰ ৰোমাঞ্চিত হৈ উঠে।

১৯৪২ চনৰ ৯ আগষ্টৰ পিছত কংগ্ৰেছ কৰ্মীসকল সম্মুখ সংগ্ৰামৰ কাৰণে প্ৰস্তুত হ'ল। ২৪ আগষ্ট তাৰিখে গোটেই বৰপেটা জিলাত জন-সমাবেশ হৈছিল। সেই সমাবেশৰ অপূৰ্ব দৃশ্যই মানুহক অসাধ্য সাধন কৰিবৰ কাৰণে উদ্বুদ্ধ কৰিছিল। বৰনগৰত সেই জন-উদ্দিপনাৰ সুযোগ গ্ৰহণ কৰিলে বৰনগৰৰ জাগ্ৰত যুৱক শক্তিয়ে আৰু সেই শক্তিৰ নেতৃত্ব দিছিল ব্ৰজনাথ শৰ্মাদেৱে পৰিণাম কি হব পাৰে তালৈ ভ্ৰূক্ষেপ নকৰি। কংগ্ৰেছৰ উৰ্ধতন কৰ্তৃপক্ষৰ অগোচৰত বৰনগৰত এটা হিংসাত্মক বিপ্লৱ গঢ়ি উঠিছিল ব্ৰজনাথ শৰ্মাৰ নেতৃত্বত। ২৭।২৮ আগষ্ট তাৰিখে ৰাতি যেতিয়া গোটেই পৃথিৱীখনে

টোপনিত নিতাল তেতিয়া ব্ৰজনাথ শৰ্মাই তেওঁৰ বাহিনী লৈ সৰভোগ বিমান ঘাটিত জুই জলাই দিয়ে। তাৰ পিছৰ কাহিনী শৰ্মাৰ আত্ম-কাহিনীত পঢ়িব। সেই বিষয়ে মই একো মতামত দিব নোখোজোঁ। মূঠৰ ওপৰত শৰ্মাই অসম কংগ্ৰেছৰ ৰাজনীতিত এটা ধুমুহা তুলিছিল, সেই সম্পৰ্কে কোনো দ্বিতীয় মত নাই।

নাট্যকাৰ, সঙ্গীতজ্ঞ, অভিনেতা শৰ্মাই বিপ্লৱৰ ধুমুহাত উটি ভাহি ফুৰিবলৈ ধৰিলে, কাৰাবৰণ কৰিলে। অশেষ কষ্টৰ মাজেদি শেহত পুনৰ প্ৰতিষ্ঠিত হবলৈ চেষ্টা কৰিছিল ; কিন্তু নিষ্ঠুৰ কালে তেখেতক সামৰি ললে, তেখেতৰ জীৱনৰ অকালতে যৱনিকা পৰিল।

এই কিতাপখনি তেখেতে তেখেতৰ বহুতো হিতাকাঙ্ক্ষী বন্ধুৰ অনুৰোধত লিখিছিল। প্ৰকাশিত অৱস্থাত ৰাইজে কিতাপখন কেনেভাৱে গ্ৰহণ কৰে সেইটো চাবলৈ তেখেত আজি আমাৰ মাজত নাই। বাণী প্ৰকাশে কিতাপখনি প্ৰকাশ কৰি উলিয়াইছে। তাৰ বাবে তেওঁলোক আমাৰ ধন্যবাদৰ পাত্ৰ। অসমৰ স্বাধীনতাৰ হেৰাই যাবলৈ খোজা অধ্যায় এটাও প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰি বাণী প্ৰকাশে যে কেৱল অসমীয়া সাহিত্যৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে এনে নহয়, লগে লগে অসমৰ বুৰঞ্জী সংকলনৰ ক্ষেত্ৰতো এটা অমূল্য অৱদান আগবঢ়াইছে। বাণী প্ৰকাশৰ উত্তৰোত্তৰ উন্নতি কামনা কৰিলোঁ।

কিতাপখনৰ ভাষা, বিষয়বস্তু, ৰচনাভঙ্গী ইত্যাদি সম্পৰ্কে মোৰ মতামত দিবৰ অধিকাৰ নাই। ভাষা সাহিত্যৰ ক্ষেত্ৰত মোৰ স্থান নাই। বিষয়বস্তুত হাত দিব নোৱাৰি কাৰণ লিখক শৰ্মাদেৱ আজি আমাৰ মাজত নাই। তেখেতৰ লিখাৰ সত্যাসত্যৰ ওপৰত কলম চলাবলৈ গলে তেখেতৰ স্মৃতিৰ প্ৰতি অশ্ৰদ্ধা জ্ঞাপন কৰা হব। গতিকে বাণী প্ৰকাশৰ পৰিচালক ভাতৃবৰ্গৰ পুনৰ আন্তৰিক শলাগ লৈ ধন্যবাদেৰে মোৰ কথাখিনি ইয়াতে সামৰিলোঁ।

ৰাজভৱন,
চণ্ডীগড়
২৮.১২.৭৩

মহেন্দ্ৰ মোহন চৌধুৰী

# ব্ৰজনাথ শৰ্মাঃ জীৱন পৰিচিতি

ব্ৰজনাথ শৰ্মা—ব্ৰজ শৰ্মা। অসমত বিশেষকৈ নামনি অসমত 'ব্ৰজ শৰ্মা' ৰহস্যাবৃত দুঃসাহসী পুৰুষ, যাৰ নামত বহুতো কল্পনাৰ ৰহন বোলাই, বীৰৰূপে সজাই, অলৌকিক কাহিনীৰ অধিনায়করূপে বৰ্ণনা কৰি কথক আপ্লুত হয়, শ্ৰোতা পুলকিত হয়। সেই কালছোৱা এই শতিকাৰে তৃতীয় দশকৰ মাজভাগৰপৰা চতুৰ্থ দশক জুৰি—ভাৰতৰ স্বাধীনতাৰ শেষ সংগ্ৰামৰ শোণিত সংকল্পৰ, লুইতৰ বগাপানী ৰঙা কৰি মৰা শপতৰ সাৰ্থকতাৰ শীৰ্ষবিন্দু আৰোহণৰ কালৰ। বিপ্লৱী ব্ৰজ শৰ্মাই সাম্ৰাজ্যবাদীৰ মনত সন্ত্ৰাসৰ সৃষ্টি কৰিছিল, ধৰা পেলাব পৰা নাছিল হেনো, ব্ৰজ শৰ্মাই পুলিচ অহা গম পালে থিতাতে তিৰোতা মানুহ এজনী হৈ ওৰণি-বাঢ়ণি লৈ পুলিচৰ আগেদিয়ে আঁৰিকুঁজা হৈ ওলাই গুচি যায়। ব্ৰজ শৰ্মাই বোলে দাৰোগা বাবুৰ আগেদিয়ে চাকৰ সাজি কান্ধত নাঙল লৈ পথাৰত হাল জোৰেগৈ। ব্ৰজ শৰ্মাৰ অনেক মহিমা !

ব্ৰজ শৰ্মাৰ দুঃসাহসিকতাৰ পৰিচয় অন্ততঃ অসমে দুবাৰ পাইছে। দুয়োবাৰতে দুৰ্দ্ধৰ্ষ ব্ৰজ শৰ্মাৰ দুটা ৰূপ—আকাশ-পাতাল প্ৰভেদ দুয়োটা ৰূপৰ মাজত। প্ৰথমবাৰ ব্ৰজ শৰ্মা অৱতীৰ্ণ হৈছিল 'ভৰত মুনি'ৰূপে। অসমৰ মঞ্চত সহভূমিকা কৰাই চাঞ্চল্যৰ, বিৰক্তিৰ, তীব্ৰ বাদ-প্ৰতিবাদৰ ধুমুহাৰ সৃষ্টি কৰিছিল। আজিৰপৰা ছকুৰি বছৰ আগতে। দ্বিতীয়বাৰৰ ব্ৰজ শৰ্মা খাণ্ডৱদাহী অৰ্জুন। অগ্নিবাণ নিক্ষেপ কৰিছিল দ্বিতীয় মহাসমৰৰ বিমানঘাঁটি সৰভোগত। দুঃসাহসী শিল্পী ব্ৰজ শৰ্মা—ব্ৰজ ঠাকুৰ এইবাৰ বিখ্যাত হৈছিল তাণ্ডৱী ব্ৰজ ঠাকুৰ ৰূপে।

বৰ ভূইকঁপৰ সময়ত ব্ৰজনাথ দুবছৰীয়া। তিনিজন ককাই-ভাইৰ মাজত মুমলীয়া ব্ৰজনাথ শৰ্মাই পঢ়াশলীয়া শিক্ষা আৰম্ভ কৰিছিল তেওঁ ওপজা গাঁও শিলাৰ শিলা প্ৰাইমাৰী স্কুলত। উচ্চশিক্ষাৰ বাবে স্থানান্তৰিত হৈছিল গৌৰীপুৰ হাইস্কুললৈ। গৌৰীপুৰ—অসমৰ জমিদাৰসকলৰ ভিতৰত ভাষা-

সাহিত্য-সংস্কৃতিৰ অনুৰাগী গৌৰীপুৰ ষ্টেট। জমিদাৰ প্ৰভাতচন্দ্ৰ বৰুৱা। ব্ৰজনাথে প্ৰভাতচন্দ্ৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল চেমনিয়াতে অভিনয় কৰি। হয়তো উৎসাহ উদগনি পাইছিল ; কিন্তু বিকাশ সাধনত মনোনিবেশ কৰিব তেওঁ নোৱাৰিলে। স্কুলৰপৰা নামকটা চিপাহী হৈ ঘৰতে বহি থাকিল ব্ৰজনাথ শৰ্মা। অভিনেতা হোৱাৰ বাসনা নাই, পঢ়িশুনি ঘোঁৰাৰ গাড়ীত উঠাৰ কথাও ভবা নাই, ঘৰতে পিতৃহাৰা হোৱা চেমনিয়া ব্ৰজক দিহা-পৰামৰ্শ দিবলৈ অভিভাৱকো নাই।

ব্ৰজনাথৰ মন গ'ল চিপাহী হবলৈ। একুৰি এবছৰীয়া চেঙেৰা ব্ৰজনাথে একো নভবাকৈয়ে 149 Bengal Regiment অত সৈনিকৰূপে যোগ দিলে। দুবছৰ আগতে প্ৰথম মহাসমৰৰ জুয়ে ইউৰোপ চানি ধৰিছে, মধ্য এচিয়ালৈ সেই জুই বিয়পি পৰিছে। ব্ৰজনাথৰ ৰেজিমেণ্ট কলিকতাৰ ফোৰ্ট ইউলিয়ামৰপৰা আগবাঢ়িল মোছোপটেমিয়ালৈ। যুদ্ধ—যুদ্ধ। ই ঠাইৰপৰা সি ঠাই। মেছোপটেমিয়া—কেনিয়া—বাগ্‌দাদ—কুট আমৰা—বাকু। বোমাৰ গৰ্জন। ৰাইফল—মেচিন গান। প্ৰমোচন। চিপাহী ব্ৰজনাথ শৰ্মা—মহাৰাণী ভিক্টোৰীয়াৰ সাম্ৰাজ্য ৰক্ষাত আগবঢ়োৱা সাহসিকতাপূৰ্ণ সেৱাৰ বাবে হেজবিন প্ৰমোটেট্ টু ডা গ্ৰেড্ অব ষ্টোৰ ক্লাৰ্ক।

বাগদাদ্ চহৰ। হেজাৰ বিজাৰ সাধুকথা—আৰব্য ৰজনীৰ সাধুকথাৰ নায়ক-নায়িকাৰ বিচৰণ ভূমি বাগদাদত—প্ৰথম মহাসমৰৰ ধামখুমিয়াত চিনাকি হৈছিল ব্ৰজনাথৰ এজন ভাৰতীয় খৃষ্টিয়ানৰ সৈতে। মিঃ জৰ্জ। পাপীক ত্ৰাণৰ উপায় পৰামৰ্শ দি ফুৰা মিঃ জৰ্জ আছিল সঙ্গীতশিল্পত পাৰদৰ্শী। ব্ৰজনাথে সঙ্গীত শিকাৰ সুবিধা পালে তেওঁৰে অধীনত। এবছৰ শিকাৰ পিছত ব্ৰজনাথ বদলি হ'ল হেজাৰ গোলাপেৰে জাতিস্কৃত হৈ থকা বছোৰালৈ।

ড্ৰামাটিক ক্লাব ? ইয়াত থিয়েটাৰ হয় নে কি ?

হাঁ। এখানে আমৰা থিয়েটাৰ কৰি। আমাদেৰ ক্লাবেৰ পূৰো নামটি হলো Best Bengal Dramatic Club, ইণ্টাৰেষ্টেড্ ?

ব্ৰজনাথ সভ্য হ'ল ড্ৰামাটিক ক্লাবৰ। বৰঙণি দহ টকা, ক্লাবৰ কৰ্ণধাৰ হৃষীকেশ মুখাৰ্জী। অভিনয়ত পাৰঙ্গম। আৰু আন দুজন কৰ্ণধাৰ আছিল যজ্ঞেশ্বৰ ৰায় আৰু সঙ্গীতজ্ঞ চন্দ্ৰ ঘোষ। কিবা এক অজান আকৰ্ষণত মোহ



গ'ল ব্ৰজনাথ। আজৰি সময়খিনিত মন ঢালি শিকিলে অভিনয়, সঙ্গীত আৰু আয়ত্ব কৰিলে নৃত্য।

বছোৰাৰ বুকুত ক্লাবে নাট মেলিলে। 'বাজীৰাও'। শঙ্কৰ ৰাওৰ ভাৱেৰে ব্ৰজনাথে মুগ্ধ কৰিলে দৰ্শকক। চমকিত হ'ল ক্লাবৰ সদস্যসকল। ব্ৰজনাথৰ বচনভঙ্গী, খোজ-কাটল সকলোখিনিয়ে বুৰঙ্গীৰ বুকুৰ শঙ্কৰ ৰাওক দৰ্শকৰ আগলৈ তুলি আনিলে। নাটৰ পিছত নাট—দুৰ্গাদাস, মিছৰ কুমাৰী, চন্দ্ৰগুপ্ত, মোগল-পাঠান, ৰাণাপ্ৰতাপ, বনবীৰ, পৃথ্বীৰাজ, বঙ্গেবৰ্গী, ধৰ্মবিপ্লৱ···। বহুতো নাট। বহুতোবাৰ অভিনয়। ব্ৰজনাথ প্ৰতিবাৰতে বিভিন্ন ভাৱত কৃতকাৰ্য হৈছে। নিপুণ অভিনেতাৰ স্বীকৃতি লাভ কৰিছে ব্ৰজনাথ শৰ্মাই। নাটৰ ভাষা বঙলা। অন্যতম মুখ্য অভিনেতা অসমীয়া ডেকা সৈনিক ব্ৰজনাথ। মঞ্চস্থান বছোৰা। সুদূৰ মধ্য-প্ৰাচ্য।

মেছোপটেমিয়াৰপৰা উভতি অহাৰ পথত কলিকতাত ব্ৰজ শৰ্মা দিনদিয়েক ৰ'ল। মঞ্চৰ অভিনয় চালে। প্ৰখ্যাত অভিনেতা দানী ঘোষ—দানী বাবুৰ লগত চিনাকি হ'ল। কথাই কথাই অভিনয় কৰাৰ অভ্যাস থকা বুলিও ব্ৰজনাথে উল্লেখ কৰিলে দানীবাবুৰ আগত। দানীবাবুই কলে বোলে কলিকতাত যদি নিয়মিত অভিনয় কৰিব খোজে, তেওঁ বন্দোৱস্ত কৰি দিব পাৰে।

কলিকতাত মঞ্চাভিনয় ? ইয়াতকৈ সৌভাগ্য আৰু কি হব পাৰে ! সম্মতি দিলে ব্ৰজ শৰ্মাই ; লগতে যোগ দিলে যে মহাৰণ যুঁজি থাকোঁতে পাঁচোটা বছৰ বিদেশতে পাৰ হৈ গ'ল। নিগাজীকৈ কলিকতাত থাকিবলৈ লোৱাৰ আগতে এবাৰ ঘৰত পাক এটা মাৰি আহিবগৈ মাথোন।

অসম মেইল চলে। উজনি মুৱা গাড়ী। ঘৰমুৱা মন ব্ৰজ শৰ্মাৰ। মনত আনন্দ—অভিনয়ৰ পীঠস্থান কলিকতা মহানগৰীত নিয়মিত অভিনয়ৰ অভিনেতা হবহি আৰু কেইদিনমানৰ পিছতে।

কালিকা লগা মন ব্ৰজ শৰ্মাৰ। কলিকতাত থাকি অভিনয় কৰিলে নাম হব, হয়তো যশস্যা বৈ বৈ যাব ; আৰু হয়তো এসময়ত অসমীয়া ব্ৰজ শৰ্মাৰ অস্তিত্ব মহানগৰীৰ বুকুতে লীন যাব। অসমৰ কি লাভ হব ? অসমীয়া মঞ্চৰ উন্নতি কেনেকৈ হব তেনেহলে ? তাতকৈ, বৰং তাৰ সলনি—। কলিকতালৈ নগৈ ব্ৰজ শৰ্মাই খুলিলে শিলা কালিকা অপেৰা পাৰ্টি। চৈধ্য বছৰ বয়সত

ৰোহিতাশ্বৰ ভাওলৈ নচা ব্ৰজনাথ এইবাৰ ওস্তাদ ব্ৰজ ঠাকুৰ। ব্ৰজ শৰ্মাক অভিনয় কালত দলৰ অভিনেতা-অভিনেত্ৰী, ওচৰ চুবুৰীয়া ৰাইজে ব্ৰজ ঠাকুৰ বুলিয়ে কৈছিল। ব্ৰজঠাকুৰ মানেই ব্ৰজ শৰ্মা। গানৰ ওস্তাদ। নাটকৰ মুখ্য অভিনেতা। দলৰ সংগঠক। তিনি বছৰ পিছত অৱশ্যে শিলা কালিকা অপেৰা পাৰ্টি শিলাময় হ'ল।

১৯২৪ চনত ব্ৰজ শৰ্মাই শিলা গাঁৱৰপৰা উঠি আহি দক্ষিণ গণকগাড়ী গাঁৱত থিতাপি ললে। বিয়া কৰালে মাদেলিঝাৰ গাঁৱৰপৰা। নকৈ থিতাপি লোৱা গাঁৱতে গঠন কৰিলে দক্ষিণ গণকগাড়ী অপেৰা পাৰ্টি। পৃষ্ঠপোষকতা কৰিলে অনাদৰ মহাজনে। টিকেটেড্ শ্বো। ভালেই চলিছিল ব্যৱসায়িক যাত্ৰা পাৰ্টিৰ দল। পিছে পাঁচ বছৰীয়া বিষ্টৰ হাত এৰাব নোৱাৰিলে। ভ্ৰাম্যমান দক্ষিণ গণকগাড়ী অপেৰা পাৰ্টিয়ে নগৰে চহৰে গুদাম, গেৰেজ, মণ্ডপ ভাড়ালৈ লৈ অভিনয় কৰি ভ্ৰাম্যমান যাত্ৰাদলৰ সূচনা কৰিলে আৰু ব্ৰজ ঠাকুৰ প্ৰতিষ্ঠিত হ'ল কৃতী অভিনেতা ৰূপে। লগতে বেদ উদ্ধাৰ, ৰঞ্জিত সিংহ, বাণৰজা, শিৱাজী, গুলেনাৰ, পাণিপথ, ভাস্কৰ পণ্ডিত, ললিতাদিত্য আদি নাটকৰ অভিনয়ত। অভিনেতাৰ প্ৰতিভাৰে চমক খুৱালে পাঠশালাৰ চন্দ্ৰ চৌধুৰী, নলবাৰীৰ সনাতন হাজৰিকা, চামতাৰ ৰজনীকান্ত ভট্টাচাৰ্য, অম্বু শৰ্মা, ব্ৰজনাথৰ অগ্ৰজ কৃষ্ণকান্ত শৰ্মা, ফণী ( পিছলৈ নটসূৰ্য ), ৰবি নাথ, নবীন নাথ, বলোৰাম দাস, জলেশ্বৰ নাথ, কৃপানাথ গোস্বামী, দামোদৰ পাঠক, ৰাজমোহন নাথ, মহেন্দ্ৰ দাস, স্বৰ্ণ দাস, কৈলাস দাস, ৰমেশ মহন্ত, আনন্দ মহন্ত, কমলাকান্ত অধিকাৰী, সুৰেন নাথ, বসুৰাম দাস, মনোমোহন দাস, গোপাল বড়া আদিয়ে। ইয়াৰে ভিতৰত দৰ্শকৰ সহজে চিত্তজয় কৰিলে স্ত্ৰী চৰিত্ৰ অভিনয়ত চন্দ্ৰ চৌধুৰী, দামোদৰ পাঠক, নাচ-গানত জলেশ্বৰ নাথ, কুটিল চৰিত্ৰত ৰমেশ মহন্তই নিখুঁত অভিনয় কৰি।

'পাৰ্টি' ভাগি গ'ল। মুখৰ ৰহনীয়া বোল ওচাই অনিচ্ছাসত্বে হলেও কুশীলবসকল দিহাদিহি গ'ল। ব্ৰজ ঠাকুৰৰ মনৰপৰা নাতবিল অভিনয় কৰাৰ হেঁপাহ, কলাদেৱীৰ পূজা কৰাৰ অদম্য বাসনা, অসমৰ নাট্যমঞ্চক প্ৰতিষ্ঠিত কৰাৰ কল্পনা। চিনাকি হৈছিল কচুবিল চাহবাগানৰ 'বৰবাবু', নাট-ভাওনাৰ প্ৰতি বাপ থকা বিপিন চন্দ্ৰ বৰুৱাৰ সৈতে। নগঞা বৰুৱা। প্ৰসঙ্গক্ৰমে



বৰুৱাই শৰ্মাক এটা 'পাৰ্টি' খোলাৰ কথা কলে। টকা পইচাৰ প্ৰাথমিক ব্যৱস্থা বৰুৱাদেৰৰ। জন্ম হ'ল কোহিনূৰ অপেৰা পাৰ্টিৰ। এবছৰ পিছত ১৯৩০ চনত কোহিনূৰ অপেৰা পাৰ্টি পঞ্জীভূক্ত কৰা হ'ল। পাৰ্টিটো জানিবা হ'ল। সেই যাত্ৰা পাৰ্টি—চোকোৰাৰ নাচ, ল'ৰাই ছোৱালীৰ পোছাক পিন্ধি ককাল ঘূৰাই নচা অনাকৰ্ষণীয় নাচ, চেঙেলীয়া ডেকাই ৰাণী সাজি চিচিয়া মাতেৰে কৰা অভিনয়। নতুনত্ব ক'ত? কিহেৰে অসমৰ নাট্যাভিনয় অধিক আকৰ্ষণীয় কৰি তুলিব পাৰি? নাট্য আন্দোলন সাৰ্থকতাৰ পথত কেনেকৈ আগবাঢ়ি যাব?

স-হ-অভিনয়? জাপ মাৰি উঠিল ব্ৰজ ঠাকুৰ। ছোৱালীয়ে, ঠিক ছোৱালীয়ে ছোৱালীৰ অভিনয় কৰিব অসমতো। বঙ্গদেশততো সেই ১৮৭২ চনতে সহঅভিনয় প্ৰৱৰ্তিত হৈছে। গোলাপ—অখ্যাত গলিৰ কুখ্যাত এক ৰমণী, যাৰ মঞ্চপ্ৰবেশে চাঞ্চল্যৰ সৃষ্টি কৰিছিল সমগ্ৰ বঙ্গদেশ, ৰক্ষণশীল বাঙালী সমাজে সহঅভিনয়ক সমাজ ৰসাতললৈ নিয়াৰ, চূড়ান্ত ব্যভিচাৰৰ জলন্ত নিদৰ্শন বুলি জাঙুল খাই উঠিছিল, ক'তা সেই দুঃসাহসিক আন্দোলনকাৰীসকলকতো প্ৰতিৰোধ কৰাৰ সাহস কাৰো নহ'ল। সেই যোড়শী গাভৰু বিনোদিনী, যাৰ আবিৰ্ভাৰ বঙ্গ নাট্যমঞ্চললৈ এক দৃঢ় পদক্ষেপ, যাৰ সাফল্য আৰু স্বাৰ্থত্যাগত বঙ্গবাসী মুগ্ধ. সিসকলেইতো অসমৰো নাৰীৰ আদৰ্শ হব পাৰে!

বিপিনচন্দ্ৰ বৰুৱাই সমৰ্থন জনালে, নিজেও অভিনেত্ৰীৰ অনুসন্ধানত লাগিল। আগবাঢ়ি আহিল গোলাপী নাথ, সৰ্বেশ্বৰী আৰু ফুলেশ্বৰী নামৰ তিনি গৰাকী গাভৰু। তেওঁলোকে অভিনয় কৰিব। আৰু আহিল বিনোদা গগৈ, শৈলবালা দেৱী আৰু লাৱণ্য দাস। অৱশ্যে পোনতে প্ৰতিশ্ৰুতি দিয়া সত্বেও সাবিত্ৰী আৰু সজনী নামৰ ছোৱালী দুজনী নাহিল। সাহসে হুকুলালে —সমাজে কি বুলিব? শৰ্মাৰ দলৰ নামকটোৱা অভিনেতা, অগ্ৰজ কৃষ্ণকান্ত শৰ্মাই সহঅভিনয়ক সহজে লব নোৱাৰি অসহযোগ কৰিলে।

সংৰক্ষণশীল দলে প্ৰশ্ন তুলিলে, ব্ৰজ শৰ্মাই এইবোৰ কি ব্যভিচাৰী কামত হাত দিছে?

উদাৰ শিল্পীয়ে ধীৰ গম্ভীৰ কণ্ঠে কলে, 'মই অসমৰ ৰঙ্গমঞ্চক পঞ্চাশ বছৰ আগুৱাই নিব খুজিছোঁ।'

ব্ৰজ ঠাকুৰৰ কোহিনূৰ অপেৰা পাৰ্টিয়ে নানা জনৰ নানান বিদ্ৰূপ মন্তব্য আওকাণ কৰি সহঅভিনয় স্থচনা কৰিলে—১৯৩৪ চনত। স্থান তেতিয়াৰ অতি সাধাৰণ, চাহবাগান বেষ্টিত ডুমডুমা। বহুতৰ সঙ্কোচ আছিল, বহুতে এই অভিনয় চোৰাটো গৰ্হিত কাম বুলি ভাবিছিল। বহুতে গৈছিল ৰহস্য আঁতৰাই, কেনে অভিনয় কৰে চাবলৈ। ভিৰ হৈছিল। দৰ্শকৰ সমাগম হৈছিল। টিকেট কাটি সহঅভিনয় চাবলৈ দৰ্শকৰ হেতাওপৰা লাগিছিল। স্থানৰপৰা স্থানান্তৰিত হৈ ব্ৰজ শৰ্মাৰ অপেৰা পাৰ্টিয়ে বিভিন্ন ঠাইত অভিনয় কৰি ফুৰিছিল, নাম হৈছিল দলৰ। ব্যৱসায়িক সফলতাও লাভ কৰিছিল দলটোৱে। সময় আগবাঢ়িছিল। বহিৰাগত বাংলা যাত্ৰাভিনয়, মণিপুৰী নাচ, বাইজী নাচৰ 'আসৰ'ৰ প্ৰতিপত্তি তেতিয়াও পূৰাদমে চলি আছিল। প্ৰতিযোগিতাত নামিবলৈ, প্ৰতিপক্ষক পৰাভৱ কৰিবলৈ প্ৰস্তুতি সৰ্বতোমুখী হব লাগে। ধনবল, অভিজ্ঞ জনবলৰ আৱশ্যকতা কোহিনূৰ অপেৰা পাৰ্টিৰ সিমান নাছিল। তথাপি পাৰেমানে যুঁজিছিল। ভৱিষ্যত ব্যৱসায়িক অসমীয়া দলৰ মঞ্চাভিনয়ৰ পথ সুগম কৰি, আদৰ্শ-অনুপ্ৰেৰণা যোগাই পাঁচ হাজাৰ টকাৰ আৰ্থিক ক্ষতিৰ সন্মুখীন হৈ কোহিনূৰ অপেৰা পাৰ্টি ভাগি গ'ল। অভিজ্ঞ অভিনেতাৰ অভাৱ, চমক খুৱাব নোৱাৰা সাজ-সজ্জা বা অভিনয় নৈপুণ্য থকা অভিনেতাৰ অভাৱতো আছিলেই, সততে অল্পবিদ্যাই ভয়ঙ্কৰী হৈ দেখা দি অনেক 'শিল্পী'ক দলৰপৰা আঁতৰাই নিছিল—ক'ৰবাত দল খুলি তেওঁলোক 'ওস্তাদ' হোৱাৰ সপোন দেখি গুচি গৈছিল। সকলো ঠাইতে দৰ্শক আছিল, কিন্তু দলৰ প্ৰয়োজনীয় মঞ্চ নাছিল। সাহসকে সম্বল কৰি আগবঢ়া দলৰ সৰ্বাধুনিক প্ৰতিদ্বন্দ্বীৰূপে আবিৰ্ভাৱ হ'ল শক্তিকাৰ বিস্ময় বোলছবি। 'কোহিনূৰ' হেৰাই গ'ল কালৰ বুকুত, কিন্তু আঁকি থৈ গ'ল মচিব নোৱাৰা সোণালী ৰেখা বঙ্গমঞ্চৰ বুৰঞ্জীত।

ব্ৰজ শৰ্মাই ১৯৩৫ চনত কলিকতালৈ গৈ মনোমতী, পতিতা আৰু সীতা নামৰ তিনিখন 'পালা' ৰেকৰ্ড কৰায়। কাহিনী শৰ্মাৰ, শিল্পী সৰহভাগেই অপেৰা দলৰ। সেই সময়তে নাট ৰচনা কৰিলে পাঁচখন—বৰ্জিতা, মনোমতী, উৰ্বশী, বৰুণা আৰু পতিতা। এই নাটকেইখনত তেওঁ অভিনয়ো কৰিছিল।

সাহসৰ সম্বল শেষ হ'ল। নিঃস্ব ব্ৰজঠাকুৰ ঘৰলৈ উভতি আহিল। সুহৃদ



বিপিন বৰুৱাৰ সৌজন্যত গঢ়ি তোলা কোহিনূৰ অপেৰা পাৰ্টিৰ অস্তিত্ব লীন হৈ গ'ল। যাত্ৰা দল ক'তো খুলিব পৰাৰ সম্ভাৱনা নাই। সংস্থানৰ পথ নাই। সাংসাৰিক জীৱনত আত্মসমৰ্পণ কৰি বন্দী হ'ল ব্ৰজনাথ শৰ্মা। লগে লগে সোমাই পৰিল কংগ্ৰেছৰ সংগঠনৰ কামত। ১৯৩৭ খৃষ্টাব্দত তেওঁ বৰনগৰ কংগ্ৰেছ কমিটিৰ উপসভাপতি নিৰ্বাচিত হ'ল। সময় আগবাঢ়ে। স্বাধীনতাৰ সংগ্ৰাম আগবাঢ়ে। চৰম মুহূৰ্তত উপনীত হয় ভাৰতবাসী—কৰেঙ্গে ইয়া মৰেঙ্গে। '৪২ চনৰ গণবিপ্লৱত সংগঠকৰ ভূমিকাত ব্ৰজ শৰ্মা অৱতীৰ্ণ হ'ল সন্ত্ৰাসৰ সৃষ্টি কৰিলে মৃত্যু বাহিনীয়ে।

সৰভোগৰ বিখ্যাত বিমানঘাঁটি ব্ৰজ শৰ্মাৰ নিপুণ নেতৃত্বত ছাই হৈ গ'ল ব্ৰজ শৰ্মা পলাল। মায়াবী ব্ৰজ শৰ্মা। 'বিপ্লৱী'ত তাৰে বৰ্ণনা দিছে শৰ্মাই নিজ হাতে। কিতাপখন ছপাব্দপত দেখি গ'লে তেওঁ হয়তো ভাল পালেহেঁতেন, যিকাৰণতে নহওক, নহ'ল। ব্ৰজ শৰ্মাৰ সাহসিকতাৰ পৰিচয়—ব্ৰজ শৰ্মা, যি এজন সাধুকথাৰ নায়ক, সেইজন শৰ্মাৰ বিপ্লৱী অন্তৰৰ পৰিচয় তেওঁৰ উত্তৰপুৰুষসকলে 'বিপ্লৱী'ত পাব।

ব্ৰজ শৰ্মা সংস্কৃতিৰ পূজাৰী আছিল। জীৱিত কালত সেই স্বীকৃতি তেওঁ একপ্ৰকাৰ নাপালেই। মাথোন ১৯৫৮ চনত গুৱাহাটী সাহিত্য সভাৰ বছৰেকীয়া অধিবেশনত সাংস্কৃতিক সভাত সভাপতি বৰণ কৰা হৈছিল। তাৰে এবছৰ পিছত তেজপুৰত ব্ৰজ শৰ্মাক ৰাজহুৱাভাৱে সম্বৰ্ধনা জনোৱা হৈছিল। সম্ভৱতঃ ব্ৰজ শৰ্মাৰ সেয়ে প্ৰথম আৰু একমাত্ৰ ৰাজহুৱা সম্বৰ্ধনা।

সংসাৰী জীৱনত ক্লিষ্ট মন, আশা ভঙ্গৰ বেদনা, বাৰ্ধক্যৰ আগমনি আদিৰ চক্ৰবেহুত ব্ৰজনাথ শৰ্মা অভিমন্যু হৈ পৰিল। কিন্তু ব্ৰজ শৰ্মা হতাশ নহ'ল। বিপ্লৱী ব্ৰজ শৰ্মাই প্ৰথম সাধাৰণ নিৰ্বাচনত সমাজবাদী দলৰ প্ৰাৰ্থী হিচাপে বিধান সভালৈ নিৰ্বাচিত হবলৈ নিস্ফল যত্ন কৰিলে। হয়তো ভাবিছিল সমাজৰ অখ্যাত, নিঃস্ব জনতাৰ মনৰ বেদনা; পেটৰ ভোক গুচুৱাৰ সংগ্ৰাম দলীয় প্ৰতিনিধি হিচাপে উত্তীৰ্ণ হলে চলাব পাৰিব।

মাথোন জীৱিকাৰ বাবে ব্ৰজ ঠাকুৰ আকৌ এবাৰ শেষ বয়সত 'ওস্তাদ' হৈছিলগৈ কেৰ্থাবাৰীত। কিন্তু শৰীৰে নাটানিলে। বয়স হৈ আহিছে—সংসাৰী জীৱনৰ অভাৱ অনাটনত দেহ-মন জুৰুলা। ব্ৰজ শৰ্মাৰ শ্বাসৰোগ হ'ল।

ঘৰলৈ উভতি আহিল   বিশ্ৰাম ললে। বেমাৰ বেছিহে হ'ল। চিকিৎসাৰ বাবে, পথ্যৰ বাবে ধন নাই। সংসাৰেই নচলে, আকৌ উপযুক্ত চিকিৎসা! গুৱাহাটী চিভিল হস্পিটেলত ভৰ্তি হ'ল। তাৰপিছত গুৱাহাটী মেডিকেল কলেজত। মেডিকেলত হেনো ছিট নাই। 'চিৰিয়াছ' ৰোগী বুলি বাৰাণ্ডাতে বিছনা এখন পাতি দি কৰ্তৃপক্ষই অনুগ্ৰহ কৰিলে। নিৰুপায় ব্ৰজ ঠাকুৰ, সংৰক্ষণশীল অসমীয়া সমাজৰ মানত কালাপাহাৰ ব্ৰজ শৰ্মা, বিপ্লৱী ব্ৰজ শৰ্মা সাদিন বাৰাণ্ডাতে 'চিকিৎসাধীন' হৈ আছিল। হাজাৰ দৰ্শকৰ চিত্তজয়ী ব্ৰজনাথ, যাৰ শিৰৰ মূল্য ইংৰাজ চৰকাৰে ঘোষণা কৰিছিল দহ হাজাৰ টকা, সেই ব্ৰজ শৰ্মাই অনাদৃত অকলশৰীয়া হৈ বাৰাণ্ডাতে পৰি থাকি ১৯৬০ চনৰ ১২ চেপ্তেম্বৰৰ দিনা জীৱন নাটৰ অভিনয় সামৰিলে।

আমাৰ ঘৰ
গুৱাহাটী-৮

নন্দ তালুকদাৰ

## প্ৰকাশকৰ এষাৰ

'বিপ্লৱী'ৰ পাণ্ডুলিপি কেৰাজনো প্ৰকাশকৰ ডুৱাৰত জিৰণি লৈ আমাৰ মেজ পালেহি। ছপাৰ আগতে পাণ্ডুলিপিটো আমাৰ অনুৰোধক্ৰমে শ্ৰীযুত হৰেন্দ্ৰনাথ শৰ্মাদেৱে নৰিয়াপাটিত থাকিও চকু ফুৰাই দিলে। আমাৰে দুৰ্ভাগ্য তেখেতে কিতাপখন ছপা অৱস্থাত চাই যাব নোৱাৰিলে। 'বিপ্লৱী'ৰ গুৰুত্ব উপলব্ধি কৰি পঞ্জাৱৰ ৰাজ্যপাল শ্ৰীযুত মহেন্দ্ৰ মোহন চৌধুৰীদেৱে 'স্মৃতিকথা' এটি লিখি দি আমাক অনুপ্ৰাণিত কৰিছে। অনুগৃহীত কৰিছে শ্ৰীনন্দ তালুকদাৰে 'জীৱন পৰিচিতি' আগবঢ়াই। এই আটাইকেইজনলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা আগবঢ়ালোঁ।

৺ব্ৰজনাথ শৰ্মাই 'জীৱনস্মৃতি' লিখিছিল আধৰুৱা হৈ ৰ'ল, সেই অংশ বিশেষকে ইয়াৰ লগত সন্নিবিষ্ট কৰা হ'ল, পৰিশিষ্ট হিচাপে।

বাণী প্ৰকাশৰ ৰূপালী জয়ন্তী উপলক্ষে এই কিতাপখন ৰাইজৰ হাতত আগবঢ়াবলৈ পাই আমি গৌৰৱান্বিত।





ব্ৰজনাথ শৰ্মা

জন্ম : চেপ্তেম্বৰ, ১৮৯৪   মৃত্যু : আগষ্ট, ১৯৬০

# অনুৰোধত

হিতাকাঙ্ক্ষী বন্ধু-বান্ধৱসকলৰপৰা, মোৰ বিপ্লৱী জীৱনৰ চমু ঘটনাবোৰ ৰাইজক পৰিবেশন কৰাৰ উদ্গনি ক্ৰমশঃ পাবলৈ ধৰিলোঁ, আৰু নিজৰ মনতো এইটো এটা কৰ্তব্যৰ অঙ্গ বুলিয়েই ধৰি লৈ ধাৰাবাহিক হিচাপে মোৰ কংগ্ৰেছী জীৱনৰ বৈপ্লৱিক ঘটনাবোৰ অলপো অতিৰঞ্জিত নকৰাকৈ, অতি সত্য নিখুঁত চিত্ৰটো ৰাইজৰ আগত দাঙি ধৰিবলৈ আগ বাঢ়িলোঁ।

সত্যতাৰ নিদৰ্শনস্বৰূপ মোৰ এই বিপ্লৱী জীৱনৰ সংস্পৰ্শত যি-সকল ব্যক্তিক লগ পাইছিলোঁ, তেখেতসকল আজিও জীয়াই আছে।

সহৃদয় পাঠক-পাঠিকাসকলে যেন এইটো এটা অহং ভাবাপন্ন জীৱনী বুলি ধৰি নলৈ মোৰ সৰল হৃদয়ৰ নিবেদন বুলি ইয়াক গ্ৰহণ কৰে, আৰু ইয়াত মোৰ সহকৰ্মী অথবা সহায়কাৰীসকলৰ মনত অসন্তুষ্টিৰ ভাৱ ওপোজাটোও অসম্ভৱ নহয়। তেখেতসকলে সত্যৰ মৰ্যাদা ৰক্ষা কৰি, অপ্ৰিয় হলেও তাক মাৰ্জনা কৰিব বুলি আশা কৰিলোঁ। ক'ৰবাত অতিৰঞ্জিত অথবা সত্যৰ অপলাপ কৰিছোঁ বুলি যেন তেওঁলোকে প্ৰতিবাদৰ আশ্ৰয় নলয়। তেখেতসকলৰ স্মৰণ শক্তি আৰু বিবেকক প্ৰশ্ন কৰিলেই যথাৰ্থ উত্তৰ পাব। বিপ্লৱত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰা কৰ্মীসকলৰ নাম ইয়াত উল্লেখ কৰাত একো বাধা থাকিব নোৱাৰে বুলিয়েই মোৰ দৃঢ়-বিশ্বাস। সেই বাবে গুৰু দায়িত্ব বহন কৰা কৰ্মীসকলৰ নাম উল্লেখ কৰিলোঁ। ইয়াৰ ভিতৰত ইয়াতো স্মৰণ নথকাত কোনোবা বাদ পৰিবও পাৰে। তেখেতসকলে যেন এইটো ইচ্ছাকৃত অৱজ্ঞা বুলি নাভাবি এই ফেৰা ক্ৰটী মাৰ্জনা কৰে।

# কংগ্ৰেছত যোগদান

১৯৩৫ চনত মই সক্ৰিয় হিচাপেই কংগ্ৰেছত যোগদান কৰোঁ। ইয়াৰ আগতে যদিও চাৰি অনাৰ সভ্যৰ তালিকাত নাম ভুক্ত কৰিছিলোঁ, তথাপি সক্ৰিয় হিচাপে কংগ্ৰেছৰ কৰ্মধাৰাৰ লগত নিজকে খাপ খুৱাই লব পৰা নাছিলোঁ। কাৰণ, মোৰ নিজা ব্যৱসায়মূলক থিয়েটাৰ পাৰ্টি এটা মই পৰিচালনা কৰিব লগীয়া হৈছিল। ১৯২৯ চনৰপৰা ১৯৩৪ চনলৈ উক্ত থিয়েটাৰ পাৰ্টি পৰিচালনাতেই ব্যস্ত আছিলোঁ।

১৯৩৫ চনত চকুচকা বজাৰত বৰনগৰ কংগ্ৰেছৰ সাধাৰণ অধিবেশন বহে। সেই অধিবেশনতেই বৰনগৰ কংগ্ৰেছৰ কাৰ্যকৰী কমিটিৰ সভ্য হিচাপে মোক প্ৰথমে স্থান দিয়ে। সভাপতি শ্ৰীনন্দমোহন মজুমদাৰ আৰু সম্পাদক শ্ৰীজীৱনচন্দ্ৰ দাস যথাক্ৰমে মনোনীত হয়। ১৯৩৬-৩৭ চনতো উক্তভাৱেই কাৰ্যকৰী কমিটি চলি থাকে। ১৯৩৭ চনত কমিটিৰ সালসলনি হয়। সম্পাদক শ্ৰীজীৱনচন্দ্ৰ দাসে নিজৰ ব্যৱসায়ত ক্ষতি হোৱা অজুহাতত সম্পাদকৰ বাব লবলৈ অক্ষমতা প্ৰকাশ কৰে। গতিকে সম্পাদকৰ বাব শ্ৰীখগেন্দ্ৰনাথ শৰ্মাৰ ওপৰত ন্যস্ত হয়। সভাপতি শ্ৰীনন্দমোহন মজুমদাৰেই থাকি গ'ল। সহকাৰী সভাপতি মোকেই মনোনীত কৰা হ'ল।

১৯৩৮ চনত 'বৰপেটা জিলা' ভলন্টিয়াৰ কেম্প বৰনগৰতেই পাতিবকৈ যো-যা চলিল। জিলা কংগ্ৰেছৰপৰা যিমান সময়ৰ ভিতৰত কেম্প প্ৰস্তুত কৰাৰ নিৰ্দেশ দিয়া হৈছিল, ৰাতি-দিনে কাম কৰিও তাক সমাধা কৰাত প্ৰায় এসপ্তাহ মান পলম হ'ল। ইপিনে দহ-বাৰজন ভলন্টিয়াৰ লৈ চতিয়াৰ কেপ্তেইন শ্ৰীবাপাৰাম গগৈ আহি উপস্থিত



হ'ল। অৱস্থা আয়ত্বলৈ আনিব নোৱাৰাত মোৰ ঘৰতেই আটাইবোৰক স্থান দিবলৈ বৰনগৰ কংগ্ৰেছে সিদ্ধান্ত কৰিলে। চাউলপাত, খৰিখেৰৰ একো যোগাৰ নথকাত সাময়িকভাৱে ময়ে তেওঁলোকক অৱস্থানুপাতে অভ্যৰ্থনা কৰিলোঁ। দুটা ঘৰ তেওঁলোকৰ ব্যৱহাৰৰ বাবে এৰি দিলোঁ। কেপ্তেইন শ্ৰীবাপাৰাম গগৈ দেৱৰ ব্যৱহাৰ শলাগিব লগীয়া। কাৰ্য প্ৰণালীও অতি সুন্দৰ আৰু নিখুঁত। আমাৰ দক্ষিণ গণকগাড়ী, টেঙাগাঁও, মাদুলীঝাৰ আদি গাঁওৰ ৰাইজে গোট খাই গগৈ দেৱৰ আঁচনিমতে অফিচ ঘৰ, ভলন্টিয়াৰ থকা ঘৰ, ৰান্ধনি ঘৰ আদি আটাইবোৰ সুন্দৰভাৱে সজাই তুলিলে। জিলা কমিটিয়ে চেঙা, বহৰি, শিলা, বৰপেটা আৰু বৰনগৰৰপৰা প্ৰায় ৩০/৩৫ জনমান ভলন্টিয়াৰ শিক্ষাগ্ৰহণৰ বাবে গোট খুৱালে। কেম্পৰ দুৱাৰ মুকলি কৰিবলৈ মাননীয় প্ৰধান মন্ত্ৰী গোপীনাথ বৰদলৈদেৱক আহ্বান জনোৱা হ'ল। অস্থায়ী হিচাপে এটা কংগ্ৰেছ অফিচ ঘৰো তৈয়াৰ কৰা হ'ল মালী গোসাঁইৰ টিপৰ ওচৰত। বৰদলৈ দেৱৰ খোৱা-বোৱাৰ ভাৰ ৰাইজে মোৰেই ওপৰত অৰ্পণ কৰি, মোক আশাতীত সন্মান দেখুৱালে। সন্মানিত আলহীৰ অভ্যৰ্থনাৰ সুযোগ পাই ময়ো নিজকে কৃতাৰ্থ মানিলোঁ। যথা সময়ত দুই, তিনিটা বেণ্ড পাৰ্টিৰ সহযোগত বিৰাট শোভাযাত্ৰা কৰি বৰদলৈদেৱক ষ্টেচনৰপৰা আদৰি অনা হ'ল। ইয়াতে এটা মৰ্মান্তিক দৃশ্য উনুকিয়াবলৈ বাধ্য হলোঁ। গলিৰাম পণ্ডিত আমাৰ বৰনগৰ কংগ্ৰেছৰ কাৰ্যকৰী কমিটিৰ এজন সভ্য আছিল। তেখেতৰ কৰ্মকুশলতা বৰনগৰ কংগ্ৰেছে কেতিয়াও পাহৰিব নোৱাৰে। তেখেত নিয়মানুৱৰ্তী আৰু একাণপটীয়া কৰ্মী আছিল। সেই সময়ত তেখেত জড়াগ্ৰস্ত অৱস্থাত অচল (প্ৰেৰালাইচিচ) হৈ পৰি আছিল। উল্লিখিত সমদলটোৱে বৰদলৈদেৱক লৈ তেখেতৰ ঘৰৰ অলপ আঁতৰেদি চকুচকা-সৰভোগ আলিৰে গৈ আছিল। সমবেত ৰাইজৰ 'বন্দে মাতৰম্' ধ্বনি আৰু বেণ্ড পাৰ্টিবোৰৰ প্ৰাণত ঝঙ্কাৰ

তোলা শব্দত, তেখেত ঘৰত থাকিব নোৱাৰিলে। সহধৰ্ম্মিনীৰ গলত সাৱটি ধৰি, কোনোমতে ঢলং পলংকৈ আহি, আলিৰ দাঁতিত থিয় হৈ, নিজৰ কপালত চপৰিয়াই চপৰিয়াই আকুলভাৱে কান্দিবলৈ ধৰিলে। তেখেতৰ সেই করুণ বিলাপত আমাৰ চকুতো পানী ওলাল। বৰদলৈ দেৱে তেখেতক সান্ত্বনা দিলে যদিও তেখেতৰো চকুত পানী আৰু গলৰ আৱাজত এটা কাৰুণ্যৰ সুৰ ফুটি ওলাল। প্ৰায় দহ মিনিট মানৰ বাবে উক্ত সমদল শোকাচ্ছন্ন আৰু নিস্তব্ধ হৈ পৰিল। ঈশ্বৰৰ ওচৰত তেখেতৰ আৰোগ্য কামনা কৰি যথা নিয়মে সমদলটি আকৌ চলিবলৈ ধৰিলে। কেইদিনমানৰ পিছতেই তেখেত স্বৰ্গী হ'ল।

চক্‌চকা বজাৰৰ তিনি আলিৰপৰা পুৱমুৱা হৈ ঘূৰি গোঁহাই কমল আলিৰে আহি সেই বিৰাট সমদল মালী গোসাঁইৰ টিপৰ ওচৰত সজা কংগ্ৰেছ অফিচত জিৰণি ললে।

আবেলি প্ৰায় চুইমান বজাৰপৰা কৰ্মীসকলৰ বিপুল সমাবেশ হয়। চুই তিনিটা বেণ্ড পাৰ্টিৰ গগন বিয়পা ধ্বনি আৰু চাৰি হেজাৰ দৰ্শকৰ বন্দে মাতৰম্ ধ্বনিৰ মাজত থিয় হৈ বৰদলৈ দেৱে 'বৰপেটা জিলা' ভলন্টিয়াৰ কেম্পৰ দুৱাৰ মুকলি কৰিলে। লগে লগে এই চাৰি-পাঁচ হেজাৰ দৰ্শকে তুবৰিৰ ওপৰতেই বহি, বৰদলৈদেৱক সভাপতি পাতি, সভাৰ কাম আৰম্ভ কৰিলে। সন্ধ্যা প্ৰায় ৭টা মান বজালৈ সভাৰ কাম চলি আছিল। চেংগা, তাৰাবাৰী, বহৰি, শিলা, নগাঁও, বৰপেটা, বজালী, ভৱানীপুৰকে আদি কৰি নানা ঠাইৰ কৰ্মীসকলৰ বিৰাট সমাগম হৈছিল। বৰনগৰ কংগ্ৰেছে আগন্তুকসকলৰ অভ্যৰ্থনা সাধ্যানুযায়ী কৰিছিল।

শ্ৰীবাপাৰাম গগৈ দেৱে হিন্দী কুচ-কাৱাজেৰে ভলন্টিয়াৰসকলক প্ৰশিক্ষণ দিবলৈ ধৰিলে। শিক্ষাৰ পদ্ধতি প্ৰায় সামৰিক ধৰণৰ। অনুমান চুই তিনি মাহ শিক্ষা দিয়াৰ পিছত তেখেতৰ কৰ্তব্য সম্পন্ন হ'ল। এদিন আবেলি বৰনগৰ কংগ্ৰেছৰ সকলো সভ্যক গোট খুৱাই



এটা ভোজৰ আয়োজনৰ প্ৰস্তাৱ তুলিলে। তেখেতৰ অনুৰোধক্ৰমে জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৱে ভোজত যোগ দান কৰিলোঁ। কছাৰীকে আদি কৰি ব্ৰাহ্মণ পৰ্যন্ত একে শাৰীতেই খোৱা শেষ কৰিলোঁ। বৰনগৰত তেখেতেই এই নতুন আদৰ্শ স্থাপন কৰোঁতা।

ইয়াৰ পিছতেই আহি পালে ১৯৩৯ চনত, পৃথিৱী ব্যাপী বিশ্ব-ধ্বংসকাৰী মহাসমৰ। সমগ্ৰ বিশ্বতেই মহা আলোড়নৰ সৃষ্টি হ'ল। ইংৰাজ চৰকাৰে তেওঁলোকৰ প্ৰাচীন সাম্ৰাজ্যবাদী মনোবৃত্তিকেই খামোচ মাৰি ধৰি, মান্ধাতাৰ আমোলৰ নীতি অলপো লৰচৰ নকৰাকৈয়ে সমগ্ৰ ভাৰতৰ সহযোগ বিচাৰিলে। অন্তৰত বিভেদ সৃষ্টিকাৰী কূট অভিসন্ধি লৈ নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ লগত আলাপ আলোচনা চলাবলৈও সাজু হ'ল। হাতত বিভেদ সৃষ্টিকাৰী 'দিল্লীকা লাড্ড্', মুখত মৌসনা মিঠা কথা আৰু বুকুৰ মাজত দমন নীতিৰ সুতীক্ষ্ণ তৰোৱাল লুকাই ৰাখি উভয় অনুষ্ঠানকেই (মুছলিম লীগ আৰু কংগ্ৰেছ) যুদ্ধত সহায় কৰিবলৈ লোভ দেখুৱালে।

মুছলিম লীগে আওৰঙ্গজেবৰ নীতি অনুসৰণ কৰি ভাৰতত মুছলিম সাম্ৰাজ্য প্ৰতিষ্ঠাৰ সপোন দিঠকত পৰিণত কৰাৰ আশা বুকুত লৈ যুদ্ধত সহায় কৰিবলৈ সাজু হ'ল। কিন্তু কংগ্ৰেছ মহাসভাই ১৯১৪ চনৰ মহাসমৰৰ ভুৱা প্ৰতিশ্ৰুতিৰ কথা স্মৰণ কৰি, প্ৰলোভনত ভোল নগৈ, স্বাধীনতা দিয়াৰ লিখিত প্ৰতিশ্ৰুতি বিশ্বৰ সকলো শক্তিৰ আগত দাঙি ধৰিবলৈ দাবী জনালে।

পৰৰাজ্যলোভী ক্ৰুৰ ইংৰাজসকলে তেওঁলোকৰ সাম্ৰাজ্যবাদী মনোবৃত্তিৰ অলপো লৰচৰ নকৰিলে। ফলত গৈ তেওঁলোকৰ মুখাপিক্কা আলোচনা ব্যৰ্থ হৈ গ'ল।

তেতিয়া কংগ্ৰেছ আৰু ইংৰাজ গৱৰ্ণমেণ্টৰ মাজত তিক্ত পৰিবেশৰ সৃষ্টি হবলৈ ধৰিলে। কংগ্ৰেছে এই মহাসমৰত সমূলি সহায় নকৰোঁ বুলি দৃঢ় সংকল্প কৰিলে, আৰু মহাত্মাজীৰ নিৰ্দেশমতে ব্যক্তিগত

সত্যাগ্ৰহ আন্দোলন চলাবলৈ সাজু হ'ল। সমগ্ৰ ভাৰততেই ব্যক্তিগত সত্যাগ্ৰহ আৰম্ভ হ'ল।

বৰনগৰ শাখা কংগ্ৰেছ কমিটিৰ সভ্যসকলেও সত্যাগ্ৰহ কৰিবলৈ সাজু হ'ল। প্ৰথমে শ্ৰীনন্দমোহন মজুমদাৰ, ভকতৰাম মজুমদাৰ, খগেন্দ্ৰনাথ শৰ্ম্মা, দুৰ্গেশ্বৰ দাস আদি সভ্যসকলে সত্যাগ্ৰহ কৰিলে। মোৰ যেতিয়া পাল পৰিল, তেতিয়া মই তেজ গ্ৰহণী ৰোগত অস্থিৰ হৈ আছোঁ। দৈবাৎ শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী সেই সময়ত কাৰ্যোপলক্ষে বৰনগৰলৈ আহিল। মোৰ অৱস্থাৰ কথা তেখেতক জনোৱাত, মোৰ অৱস্থালৈ চাই, মোক সত্যাগ্ৰহ কৰিবলৈ বাধা দিলে। গতিকে মোৰ সত্যাগ্ৰহ কৰা নহ'ল।

১৯৩৯ চনৰ ব্যক্তিগত সত্যাগ্ৰহৰ পিছতেই ১৯৪০ চনত মহাত্মাজীয়ে সেৱাদল গঠনৰ নিৰ্দেশ দিয়ে। 'বৰপেটা জিলা' কংগ্ৰেছ কমিটিয়ে বৰপেটাৰোডত শিবিৰ স্থাপন কৰি সেৱাদলবোৰৰ শিক্ষাৰ ব্যৱস্থা কৰিলে। আমাৰ বৰনগৰ কংগ্ৰেছৰপৰা শ্ৰীদুৰ্গেশ্বৰ দাসে সেৱাদলৰ নায়ক হৈ, শিক্ষা শিবিৰলৈ গৈ, প্ৰশিক্ষণ গ্ৰহণ কৰে। যথা সময়ত সেৱাদলৰ শিক্ষা লাভ কৰি দুৰ্গেশ্বৰ দাস উভতি আহিল। ১৯৪১ চনত আকৌ এবাৰ ইংৰাজ গৱৰ্ণমেণ্টে যুদ্ধত সহায় কৰিবলৈ কংগ্ৰেছ মহাসভাৰ লগত আলোচনা চলালে। কিন্তু তেতিয়াও তেওঁলোকৰ সাম্ৰাজ্যবাদী নীতিৰ অলপো লৰচৰ নকৰিলে। কংগ্ৰেছেও নিজৰ দাবী এৰি দিবলৈ স্বীকৃত নহ'ল। গতিকে এইবাৰো আলোচনা ব্যৰ্থ হ'ল। তেতিয়া মহাত্মাজীয়ে সেৱাদলকেই ৰূপান্তৰিত কৰি, 'শান্তি সেনা-বাহিনী' নাম দি নতুন প্ৰণালীত প্ৰশিক্ষণ দিবলৈ প্ৰাদেশিক কমিটিবোৰক নিৰ্দেশ দিয়ে। যথা সময়ত 'শান্তি সেনা-বাহিনী' গঠিত হ'ল। অসমৰ গোলাঘাটত প্ৰাদেশিক কেম্প স্থাপন কৰি, প্ৰাদেশিক শান্তি সেনা-বাহিনীৰ



প্ৰশিক্ষণৰ ব্যৱস্থা কৰিলে। বৰনগৰ কংগ্ৰেছৰপৰা দুৰ্গেশ্বৰ দাসকেই প্ৰশিক্ষণ লবলৈ গোলাঘাটলৈ পঠোৱা হ'ল।

আনহাতে কেবাটাও আলোচনাও ব্যৰ্থ হৈ দাম্ভিক ইংৰাজ গৱৰ্ণমেণ্ট কাৰো মতামতলৈ অপেক্ষা নকৰি, ভাৰতৰ অনিচ্ছাস্বত্বেও, ভাৰতক যুদ্ধত লিপ্ত দেশ বুলি ঘোষণা কৰি সমগ্ৰ বিশ্বকেই বাতৰি যোগালে। কংগ্ৰেছ মহাসভায়ো তেওঁলোকৰ অন্যায় ঘোষণাৰ তীব্ৰ প্ৰতিবাদ কৰি এই বিশ্বধ্বংশী মহাসমৰৰ বিৰুদ্ধে আন্দোলন চলাবলৈ দৃঢ় সংকল্প কৰিলে। সেয়েহে ৱাৰ্কিং কমিটি আহ্বান কৰি ১৯৪২ চনৰ ৮ আগষ্টত ভাৰত ত্যাগৰ প্ৰস্তাব গ্ৰহণ কৰে। প্ৰস্তাৱিত অসহযোগ আন্দোলন পৰিচালনাৰ ভাৰ অৰ্পিত হ'ল মহাত্মাজীৰ ওপৰত।

মহাত্মাজীয়ে অহিংসভাৱেই আন্দোলন চলাবলৈ মনস্থ কৰিছিল যদিও, তেখেতে আন্দোলন চলাবৰ সুযোগকেই নাপালে। বাপুজী কাৰাৰুদ্ধ হ'ল। আৰু আজাদ, নেহৰু, পেটেল, কৃপালনীকে আদি কৰি নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ নেতৃবৃন্দক কাৰাৰুদ্ধ কৰি ইংৰাজ চৰকাৰে বিপ্লৱত ইন্ধনহে যোগালে।

নায়কবিহীন উচ্ছৃংখল সৈনিকৰ দৰে জনতাই নিজৰ ইচ্ছানুসৰি আন্দোলন চলাই যাবলৈ ধৰিলে। এক শ্ৰেণী মানুহৰ মনত উন্মাদ-উত্তেজনা আৰু প্ৰতিহিংসাৰ প্ৰেৰণাই মূৰ দাঙি উঠিল, ভাৰত ব্যাপি ভীষণ দাবানল জ্বলি উঠিল।

ইংৰাজ চৰকাৰেও তেওঁলোকৰ দমন-নীতি প্ৰবলভাৱে চলালে। সকলো প্ৰদেশৰ নেতৃস্থানীয় কংগ্ৰেছ কৰ্মীসকলক দলে দলে কাৰাগাৰত সুমাবলৈ ধৰিলে। অসমৰ অৱস্থাও শোচনীয় হৈ উঠিল। প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ নেতৃবৰ্গক প্ৰথমে বৰদলৈ, শ্ৰীবিষ্ণুৰাম মেধি, সিদ্ধি নাথ শৰ্ম্মা, হৰেশ্বৰ গোস্বামীকে আদি কৰি বহুতক কাৰাগাৰত সুমাই থলে। ইয়াকে দেখি অসমৰ জনতায়ো ভীষণভাৱে উত্তেজিত হৈ উঠিল আৰু হিংসানীতিৰ আশ্ৰয় লবলৈও দৃঢ় প্ৰতিজ্ঞ হ'ল।

# বৰনগৰত বিমান কোঠ

আমাৰ বৰনগৰৰ অৱস্থাও ক্ৰমাৎ শোচনীয় হৈ উঠিল। ইংৰাজ চৰকাৰে চিফ্ ইঞ্জিনিয়াৰ শ্ৰীকমলেশ্বৰ বৰুৱাৰ নেতৃত্বত বেঁকী নদীৰ পাৰত বিমান কোঠৰ বাবে মাটি প্ৰস্তুত কৰিবলৈ আৰম্ভণি লগায়। এই সুযোগতে অৰ্থলোভী ঠিকাদাৰ শই শই আহি সৰভোগ ভৰি পৰিল। অসমৰ নানা ঠাইৰপৰা কুলী, বনুৱা, কেৰাণী, মহৰীয়ে সৰভোগক জনসমুদ্ৰত পৰিণত কৰিলে। লংপেণ্ট, লুঙ্গি, ঠেঙা, ধুতি আদি নানা তৰহৰ পোছাক-পৰিচ্ছদ পৰিধান কৰি অসংখ্য ঠিকাদাৰৰ দল আমদানী হবলৈ ধৰিলে।

ইঞ্জিনিয়াৰ বৰুৱাই অত্যধিক চৰা দামত বাঁহ, খেৰ, কাঠ আৰু শিলগুটিৰ যোগাৰত লাগি গ'ল। ৰাতি-দিন বিচাৰ নোহোৱাকৈ মানুহে ধনৰ লোভত কামত ব্যস্ত হ'ল। খোৱা খাদ্যৰ দাম ক্ৰমান্বয়ে বৃদ্ধি পাবলৈ ধৰিলে।

বৰপেটা জিলা কংগ্ৰেছ কমিটিৰ নেতৃবৰ্গই—শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী, অক্ষয় দাস, কামেশ্বৰ দাস ইত্যাদি তেতিয়ালৈ বাহিৰতেই আছিল। কাৰাৰুদ্ধ নোহোৱাকৈ আত্ম গোপন কৰি সকলোৰে ঘূৰি ফুৰিছিল। কিন্তু কোন, ক'ত, কি অৱস্থাত আছিল তাক কোনেও নাজানিছিল। মুঠৰ ওপৰত কাৰো খবৰ কোনেও নাপাইছিল।

আমি বৰনগৰীয়া ৰাইজে নিৰ্ভীকভাৱেই বিৰাট সমদল উলিয়াই গোটেই বৰনগৰ খলক লগাই ফুৰিবলৈ ধৰিলোঁ। আৰু ছেগ বুজি ঠিকাদাৰসকলক ঠিকাদাৰি নকৰিবলৈ অনুৰোধ জনাব ধৰিলোঁ। আমাৰ অনুৰোধ উপেক্ষা কৰি ঠিকাদাৰসকলে দুগুণ উৎসাহেৰে ধন ঘটাত আত্মনিয়োগ কৰিলে। বেঁকী নদীৰ পাৰ বৰপেটীয়া দোকানীয়ে এখন সৰুসুৱা বজাৰত পৰিণত কৰিলে।



ইতিমধ্যে শ্ৰীদুৰ্গেশ্বৰ দাসে গোলাঘাটৰ প্ৰশিক্ষণ শেষ কৰি আহিয়েই সৰভোগত এটা শান্তি সেনাবাহিনী গঠন কৰিছিল। নাম দিছিল 'বৰনগৰ শান্তি সেনাবাহিনী'। এই দলটোৱে আমাৰ কৰ্মত যথেষ্ট সহায় কৰিছিল। সেই সময়ত ৰাইজৰ মনোভাব উত্তেজনাপূৰ্ণ। সামান্য ইঙ্গিত পালেই ভীষণ কৰ্মত লিপ্ত হবলৈও শঙ্কা বোধ নকৰিব বুলি অনুমান হয়। আন আন প্ৰদেশৰ সংবাদ সেই সময়ত পোৱাৰ উপায় নাছিল। কিয়নো বাতৰি কাকতবোৰ কেইদিনমানৰ কাৰণে বন্ধ কৰি দিয়া হৈছিল। কিন্তু অসমৰ আন আন ঠাইৰ সংবাদ আমি পাই আছিলোঁ। অসমৰ আন আন ঠাইত ইংৰাজে ভীষণ-ভাৱেই দমন নীতি চলাইছিল। কেবা ঠাইত গুলি চলোৱা সংবাদো আমাৰ কাণত পৰিছিল। বৰনগৰ আৰু বৰপেটাত হলে তেওঁলোকে শান্তভাৱেই আছিল তেতিয়ালৈ এজনকো গ্ৰেপ্তাৰ কৰা নাছিল। বোধ হয় বিমান কোঠৰ কামত কিবা ব্যাঘাত ঘটাব আশঙ্কাতেই তেনে ভাব লৈছিল। বৰনগৰীয়া ৰাইজে নিজৰ কাম-কাজলৈ পিঠি দিও (বুঢ়া, ল'ৰা, যুৱক, ছাত্ৰ সকলোৱে) সমদলত যোগদান কৰিছিল। এদিন এটা বিৰাট সমদল চক্‌চকা বজাৰপৰা ওলাই, আমগুৰী তিনি আলিৰপৰা সৰভোগলৈ বুলি ৰাওনা হ'ল। যেতিয়া আমগুৰী তিনি-আলিৰ মূৰ পালে, তেতিয়া এক শ্ৰেণীৰ যুৱকে বিমান কোঠলৈ যাব লাগে বুলি জিদ ধৰিলে। কিন্তু প্ৰাচীন কৰ্মীসকলৰ অসন্তুষ্টিৰ ভাব লক্ষ্য কৰি ঘাটিৰ পিনে যোৱা স্থগিত ৰখা হ'ল। ৰাইজৰ উত্তেজনা, বৰনগৰৰ অৱস্থা আৰু ইংৰাজৰ দমন নীতিৰ প্ৰকোপ দেখি আমাৰ বৰনগৰৰ প্ৰাচীন কৰ্মীসকলৰ মুখত এটা ভয়ৰ ভাব ফুটি ওলাইছিল বুলি অনুমান কৰিব পাৰি। মোৰ অৱস্থা যে কি হ'ল মই নিজেই তৎ ধৰিব নোৱাৰা হলোঁ। আঘাত পোৱা ভীমৰুলৰ দৰে উত্তেজনাত অস্থিৰ হৈ পৰিলোঁ আৰু মনৰ মাজত এটা ভীষণ হিংসা ভাৱৰ প্ৰেৰণাই মূৰ দাঙি উঠিল। প্ৰকাশ্যভাৱে

ঠিকাদাৰসকলক ঠিকাদাৰি নকৰিবলৈ অনুৰোধ কৰি ফুৰিব ধৰিলোঁ। বজাৰত পিকেটিং কৰি যাতে কোনোৱে পুলিচ আৰু চৰকাৰী বিষয়া-সকলক খোৰা বস্তু চাউল-পাত আদি বিক্ৰী নকৰে, তাৰ বাবে ৰাইজক গোহাৰি জনাবলৈ ধৰিলোঁ। ওখ টুল এখনৰ ওপৰত উঠি হাটৰ মাজতেই বক্তৃতাৰে ইংৰাজ চৰকাৰক কোনো প্ৰকাৰে সহায় নকৰিবলৈ কলোঁ। এই কাৰ্যত সহায় কৰিছিল দুৰ্গেশ্বৰ, জন্মেজয় আৰু পুৰণি কৰ্মীসকলে। আমাৰ বক্তৃতা আৰু পিকেটিং ইমান উত্তেজনাৰ মাজেৰে আগুৱাই গৈছিল যে ৰাইজে সহজভাৱেই আমাৰ কথা মানি লৈছিল। বন্ধু-স্থানীয় কিছুমান মানুহে মোৰ কাণে কাণে কবলৈ ধৰিলে, 'শৰ্মা! ইমান উত্তেজিত নহব। গ্ৰেপ্তাৰ হোৱাৰ সম্ভাৱনা।' তেওঁলোকৰ সেই সাৱধান বাণীলৈ ভ্ৰুক্ষেপ কৰিবৰ তেতিয়া আহৰি নাছিল। ইপিনে লক্ষ্য কৰিলোঁ, সৰভোগ থানাৰ পুলিচ কৰ্মচাৰী-বিলাকৰ চকুৱে মুখে এটা যেন ভয়ৰ ভাৱ ফুটি ওলাইছে। বন্ধুস্থানীয় এজন চব-ইন্সপেক্টৰে অনুৰোধৰ সুৰত কবলৈ ধৰিলে, "শৰ্মা! আমাক শুকাই মাৰিলে জানো স্বাধীনতা আহিব?" মই কলোঁ, 'আপোনালোকে চাকৰি এৰি দিয়ক, ৰাইজেই আপোনালোৰ আহাৰ যোগাম'। এনেকৈ তেওঁৰ লগত বহু তৰ্ক-বিতৰ্ক হৈ গ'ল। সেইবোৰ ইয়াত উল্লেখ কৰা নিষ্প্ৰয়োজন। কিন্তু দুখৰ বিষয় তেওঁ আজি নাই। ব্ৰহ্মপুত্ৰৰ বুকুত নাও ডুবি আমিনগাওঁ ঘাটত, নৈৰ বুকুতেই তেওঁ নাইকিয়া হ'ল।........তেওঁৰ পৰিয়াললৈ আন্তৰিক সমবেদনা জনাইছোঁ।

ইপিনে সৰভোগত এজন বঙালী ভদ্ৰলোকে গৰু-গাড়ীৰ ঠিকা লৈছিল। ঘাটিলৈ মাল-বস্তু কঢ়িয়াবলৈ যিমান গাড়ী লাগে তাৰ তেওঁ যোগান ধৰিব। বিহাৰী, অসমীয়া, চকৰা ইত্যাদিৰ যিমান গাড়ী আছিল, চৰা ভাড়াৰ বন্দোবস্ত কৰি তেওঁ সেইবোৰ ঘাটিৰ কামত লগাইছিল। খবৰটো সন্ধিয়া জন্মেজয়ৰ মুখে শুনিয়েই



গাত জুই জ্বলি উঠিল। খং আৰু উত্তেজনাত কঁপিবলৈ ধৰিলোঁ। তেতিয়াই তেওঁৰ ঘৰলৈ ৰাওনা হলোঁ। প্ৰতিবেশী বঙালী মানুহ এজনে কলে যে তেওঁ হেনো ঘৰত নাই। তাৰ পিছত ৰেডিও শুনিবলৈ গলোঁ। ৰেডিওত মিছা বাতৰি দিলে যে ইন্দিৰা গান্ধীক হেনো ইংৰাজ চৰকাৰে গুলীয়াই হত্যা কৰিলে। তেতিয়াৰ দেশৰ অৱস্থালৈ চাই কথাটো সঁচা বুলিয়েই ধৰি ললোঁ।

শোকৰ ওপৰত শোক পালে মানুহ যেনেকৈ বলিয়াৰ দৰে হয়, মোৰ অৱস্থাও ঠিক তেনেই হৈছিল। উত্তেজনাৰ ওপৰত আকৌ নতুন উত্তেজনাই লগ লৈ মোক চঞ্চল কৰি তুলিলে। ইচ্ছা হ'ল যেন নিনাদত পৃথিৱী কঁপাই এই নিষ্ঠুৰ বাতৰি জগতক জনাই দিওঁ। তাত আৰু অলপো পলম নকৰি অস্থিৰ গতিৰে ঘৰমুৱা হলোঁ। ঘৰলৈ আহি তিলাৰ্ধমানো শান্তি নাপালোঁ। মই যেতিয়া ঘৰ পাওঁ ৰন্ধা বঢ়া শেষ হৈছে। মই ভাত নাখাওঁ বুলি কলোঁ, সকলোৱে আচৰিত হ'ল। কাৰণ সিদিনা ৰাতিপুৱা দহমান বজাতেই মই ভাত খাইছিলোঁ। মোৰ এজন আত্মীয়ক বিদায় দিব লগীয়া হোৱাত তেওঁৰ লগতে একে লগে খাইছিলোঁ। মই ভাত নোখোৱাৰ কাৰণ বিচাৰি ঘৰৰ আটাইবোৰে মোৰ সন্মুখত আহি থিয় হ'ল। মই নিজেই কব নোৱাৰোঁ, সেই অৱস্থাত মোৰ চেহেৰাৰ কি পৰিবৰ্তন ঘটিছিল। সকলোৱে মোৰ চেহেৰা দেখি স্তম্ভিত হৈছিল। মই একাপ চাহ খাম বুলি কলোঁ। ততালিকে চাহ একাপ দিলে। হাত-মুখ ধুই তাকে খাই বিছনাত দীঘল দি পৰিলোঁ। কিন্তু নিদ্ৰাদেৱীয়েও বোধ হয় মোৰ মনৰ এই অশান্ত অৱস্থাৰ উমান পাই, সিদিনাৰ বাবে মোক ত্যাগ কৰিলে। গভীৰ ৰাতি নিতাল, নীৰৱ। কেঠালীৰ শেতেলিত মোৰ উজাগৰী শৰীৰ, মনত আকাশ কুসুম কল্পনা আৰু প্ৰাণত ভীষণ উত্তেজনা....ছটফটাই থাকিয়ে ৰাতিটো কটালোঁ। দোকমোকালিতে বাজ ওলালোঁ। মোৰ গতি-বিধি লক্ষ্য কৰাত,

ঘৈণীৰো হেনো সিদিনা ভাল টোপনি নহ'ল। যি হওক, ৰাতিপুৱা মুখহাত ধুই অলপ স্বস্তি বোধ কৰিলোঁ আৰু চাহ এটুপি খায়েই সৰভোগলৈ ঢাপলি মেলিলোঁ। উদ্দেশ্য, গাড়ীৰ ঠিকাদাৰ সেই ভদ্ৰলোকজনক লগ ধৰা। তেখেতৰ নাম জানিবলৈ হয়তো বহুতৰ আগ্ৰহ জন্মিব পাৰে। সেয়ে অনিচ্ছাস্বত্বেও নামটো প্ৰকাশ কৰিলোঁ তেখেত ডাক্তৰ শ্ৰীসুৰেন্দ্ৰ নাথ পৰমাণিক।

দুৰ্গেশ্বৰ আৰু জন্মেজয়ক লগত লৈ ডাক্তৰ সুৰেন বাবুৰ ঘৰ পালোঁ। তেখেত গম্ভীৰভাৱে গাদীত বহি আছে। আমাক দেখি তেখেতৰ মুখত যেন এটা বিৰক্তিৰ ভাৱ ফুটি ওলাল। মই তেখেতক গাড়ীৰ যোগান ধৰা কামৰপৰা বিৰত থাকিবলৈ অনুৰোধ কৰিলোঁ। তেখেতে গদ্‌গদ্‌ভাৱে উত্তৰ দিলে যে সেইটো নহব; কাৰণ গাড়োৱানবোৰক বহু টকা আগধন দিয়া হৈছে। তেখেতে ঠিকা নকৰোঁ বুলি প্ৰতিশ্ৰুতি দিলে আগধন দিয়া টকাবোৰ ফিৰৎ দিয়াৰ ব্যৱস্থা আমি কৰোঁ বুলি কলোঁ। তেখেত কোনোমতে মান্তি নহয়, খাটাং জবাব দিলে। ঠিকাৰ কাম কোনোমতে এৰিব নোৱাৰে। বহু অনুনয়-বিনয় কৰাতো যেতিয়া তেখেতে স্বীকাৰ নকৰিলে, তেতিয়া খং, ঘৃণা অৰু উত্তেজনাত মই কঁপিবলৈ ধৰিলোঁ। ইমান উত্তেজিত হৈছিলোঁ যে নিজৰ অজ্ঞাতেই হুক্‌ হুক্‌কৈ কান্দি পেলালোঁ। কেতিয়া যে ভদ্ৰলোকজনৰ ভৰি দুখনত সাৱট মাৰি ধৰিছোঁ, ততেই কৰিব নোৱাৰিলোঁ। তেখেতে মোৰ অৱস্থা দেখি আৰু থিৰেৰে থাকিব নোৱাৰিলে। মোক বুকুৰ মাজলৈ টানি নি কেতিয়াও আৰু গাড়ীৰ ঠিকাৰ কাম নকৰোঁ বুলি প্ৰতিশ্ৰুতি দিলে। কথাষাৰ শুনি অলপ শান্তি পালোঁ। তেতিয়াই তাৰপৰা বাহিৰ হৈ পৰিলোঁ। কিন্তু মনৰ উত্তেজনাক একোতেই দমাই ৰাখিব নোৱাৰি বলিয়া কুকুৰৰ দৰে বাটে বাটে ঘূৰি ফুৰিবলৈ ধৰিলোঁ। মোৰ এই উত্তেজনাক কোনোৱে অতিৰঞ্জিত বুলি নাভাবে যেন। ইমান



উত্তেজিত নহলে বোধ হয় এনে সাংঘাতিক কামলৈ আগবাঢ়িব নোৱাৰিলোহেঁতেন। উত্তেজনাই যে মানুহক আত্মঘাতী হবলৈ বাট দেখুৱাই দিয়ে, আজিহে তাক উপলব্ধি কৰিব পাৰিছোঁ।

অলপ সময় ইফাল সিফাল ঘূৰি দুৰ্গেশ্বৰ আৰু জন্মেজয়ক আবেলি মোৰ ঘৰত লগ ধৰিবলৈ অনুৰোধ জনাই, ঘৰলৈ গুচি আহিলোঁ। যথা সময়ত তেওঁলোক আহিল যদিও, মোৰ লগত দেখা নকৰি বাহিৰে বাহিৰে মজুমদাৰ ডাঙৰীয়াৰ ঘৰলৈ গৈ আগৰ কৰ্ম্মীসকলৰ লগত মিল হৈছে। খবৰ পাই ময়ো তালৈ গলোঁ। বহু কথা বতৰা হোৱাৰ পিছত, মই মোৰ মনৰ অভিপ্ৰায় তেখেতসকলৰ আগত ব্যক্ত কৰিলোঁ আৰু তেখেতসকলৰ সাহায্যপ্ৰাৰ্থী হলোঁ। মোৰ কথা শুনিয়েই তেখেতসকল উচপ খাই উঠিল। মজুমদাৰ ডাঙৰীয়াই লাহেকৈ মাত লগালে "বাপু! (তেতিয়া মোক তেখেতে বাপু বুলিয়েই মাতিছিল) আমি চিৰকাল মহাত্মাজীৰ অহিংস-নীতিৰ সেৱক; হিংসাক প্ৰশ্ৰয় দিব নোৱাৰিম।" কি কৰিম! মনৰ উত্তেজনাক মনতে দমাই লৈ ঘৰলৈ আহিলোঁ। সন্ধিয়া পুনৰ সৰভোগলৈ গৈ দুৰ্গেশ্বৰ আৰু জন্মেজয়ৰ লগত গোপন আলোচনা কৰিবলৈ স্থিৰ কৰিলোঁ।

ঘৰলৈ আহিয়েই লক্ষ্য কৰিলোঁ। ঘৈণীৰ মুখত বিৰক্তিৰ ভাৱ বিৰিঙি উঠিছে। তেওঁ অভিযোগৰ সুৰত সুধিলে, মোৰ কি হৈছে, কিয় পগলাৰ দৰে ঘূৰি ফুৰিছোঁ। ভাতপানী খোৱাতো ৰাপ নাই। চাহ এটুপি খাবলৈ সময় নাপাওঁ কিয়? মই হাঁহি চাহ খাম বুলি কোৱাত, চাহ কৰিবলৈ গ'ল।

মোৰ আৰু সৰভোগলৈ যোৱাৰ প্ৰয়োজন নহ'ল। দুৰ্গেশ্বৰ আৰু জন্মেজয় দাসে নিজেই আহি সন্ধিয়া মোৰ ঘৰত উপস্থিত হ'ল। লগতে দুজন শান্তি সেনাও আহিছে। শিৱৰাম আৰু এজন ৰহাৰ ল'ৰা। শান্তি সেনা দুজনক অলপ পিছতেই বিদায় দি আমি তিনিও-

জনে গোপন আলোচনাত বহিলোঁ। শেষত সিদ্ধান্ত হ'ল যে যি কোনো উপায়েৰে বেঁকী নৈৰ পাৰৰ বিমান্‌কোঠ ধ্বংস কৰিবই লাগিব। তেওঁলোকক বিদায় দিয়েই আঁচনি প্ৰস্তুতিৰ বাবে কাগজ কলম লৈ বহিলোঁ। আঁচনিৰ লগতে মোটামুটিভাৱে এখন মেপো তৈয়াৰ কৰি ললোঁ। দুদিন পিছতেই কল্পিত অভিযানত অৱতীৰ্ণ হম বুলি দৃঢ় প্ৰতিজ্ঞ হ'লোঁ।

এনেতে মোৰ এজন বন্ধুস্থানীয় ভদ্ৰলোক (নলবাৰীৰ আঠঘৰীয়া গাঁৱৰ শ্ৰীনবীনচন্দ্ৰ ভট্টাচাৰ্য) লগতে আৰু এজন অচিনাকি ভদ্ৰলোকেৰে সৈতে মোৰ ঘৰত আলহী হ'লহি। তেওঁলোকে ঠিকাদাৰী কৰিব বুলি মনস্থ কৰি আহিছে। যথাযোগ্যভাৱে তেখেতক অভ্যৰ্থনা কৰিলোঁ যদিও মনত এটা কুৎসিৎ বিতৃষ্ণাৰ ভাৱ উপজিল। প্ৰকাৰান্তৰে বন্ধুসকলক উক্ত কৰ্মৰপৰা বিৰত থাকিবলৈ অনুৰোধ কৰিলোঁ। তেখেতে হা-না একো উত্তৰ নিদি ৰাতি পুৱাতেই; এনেকি চাহ এটুপিও নাখাই বিদায় লৈ ঘাটিৰ পিনে খোজ ললে। পুৱাৰ চাহটুপি খাই ময়ো সৰভোগলৈ ৰাওনা হলোঁ। গৈ দেখোঁ যে দুৰ্গেশ্বৰ দাসৰ ভীষণ জ্বৰ; গাত হাত দিয়াত অনুমান হ'ল, জ্বৰ একশ চাৰি-পাঁচ ডিগ্ৰীৰ কম নহব। কাষত শান্তি সেনা শিৰৰাম বহি আছে। মোক দেখি অস্থিৰভাৱে তেওঁ কেঁকাবলৈ ধৰিলে। তেওঁৰ অৱস্থা দেখি মোৰো মনত দুখ আৰু হতাশ ভাৱ উপজিল। কিংকৰ্তব্য বিমূঢ় হৈ পৰিলোঁ। মনত ইমান দুখ পালোঁ যেন মোৰ সোঁহাতখন ছিগি গ'ল। এই দুজন কৰ্মীকেই ভৰসা কৰি আমাৰ কল্পিত অভিযান সম্পাদন কৰিম বুলি মনস্থ কৰিছিলোঁ। গধুৰ দুখৰ বোজা এটা লৈ লাহে লাহে গৈ জন্মেজয়ৰ ওচৰ চাপিলোঁ। তেওঁৰো মনৰ অৱস্থা সিমান ভাল যেন নালাগিল। দুশ্চিন্তা আৰু হতাশ ভাৱ লৈয়ে ভৱদুপৰীয়া আহি ঘৰ পালোঁ। ঘৰত দেখিলোঁ, মোৰ ভতিজা দুজনেও (শ্ৰীসতীশ শৰ্মা আৰু বৈদ্য শৰ্মা) ঠিকাদাৰী



কৰিবলৈ মোৰ ঘৰত আহি উপস্থিত হৈছে। সিহঁতক দেখি মনত বৰ ভাল লাগিল। অলপ পিছতেই সিহঁতৰ উদ্দেশ্য জানিব পাৰি খঙে গৈ চুলিৰ আগ পালে। দুয়োজনকে ধমক দিয়াৰ সুৰত কলোঁ; "আহিছ, ভালেই হৈছে, আজি ৰাতিটো থাকি কালি পুৱাতেই ঘৰলৈ গুচি যাবি। ঠিকাদাৰী কৰিব নোৱাৰিবি।" মোৰ কথা শুনি সিহঁতৰ মুখ শেঁতা পৰি গ'ল। উভয়ৰে মুখত যেন এটা হতাশ ভাৱৰ চিন ফুটি ওলাল। সতীশে মোৰ কথাৰ দৃঢ়তা অনুমান কৰি লাহেকৈ মাত লগালে, "খুৰা! দুদিন মান থাকি সকলো চাই-চিতি গুচি যাম।" মোৰো বিশ্বাস হ'ল যে, সিহঁতে আৰু ঠিকাৰ কাম নকৰে। কাজেই সিহঁতক থকাৰ অনুমতি দিলোঁ। ইতিমধ্যে বুজি পালোঁ, সিহঁতে মোৰ ঘৰতেই থাকি মই গম নোপোৱাকৈয়ে ঠিকাৰ কামত লাগি গৈছে।

মোৰ মনৰ অস্থিৰতা যেন ক্ৰমশঃ বৃদ্ধি পাবলৈ ধৰিলে। মনতে সঙ্কল্প কৰিলোঁ, কৰ্মীসকলে সহায় নকৰিলেও ৰাইজৰ সহায় লৈ এই ঘাটি ধ্বংস কৰিবলৈ চেষ্টা কৰিম। অকলে কিছুমান গাঁৱলৈ গৈ ৰাইজৰ মনোভাৱ জানিবলৈ চেষ্টা কৰিলোঁ। দেখিলোঁ ৰাইজৰ মনোভাৱ ঠিকেই আছে। খবৰ পালেই সকলোৱে যথাসময়ত আহি উপস্থিত হব। মনত এটা শান্তিৰ ভাৱ লৈ ঘৰলৈ উভতি আহিলোঁ।

আবেলি অকলে ঘাটিৰ অৱস্থা পৰ্যবেক্ষণ কৰিবৰ অভিপ্ৰায়ে বেঁকী নৈৰ পাৰলৈ গৈ দেখোঁ যে অতি সমাৰোহেৰে কাম আৰম্ভ হৈছে। অসংখ্য বাঁহৰ ছপাৰ বেৰ, লাখ লাখ বাঁহ-খেৰ-খুটাই পৰ্বত যেন হৈ ইংৰাজ চৰকাৰৰ বিপুল শক্তিৰ পৰিচয় দিছে। লগতে ৩০।৪০ টা মান ঘৰও তৈয়াৰ কৰিছে। অনুমান বাৰশ' কুলী-বনুৱাই আৰু ঠিকাদাৰৰ দলে গাত তৎ নাইকিয়া হৈ কামত লাগি গৈছে। আঠ-দহজন চিপাহীয়ে বন্দুক লৈ 'ৰাউণ্ড' দি থকাও দেখিলোঁ। নৈৰ পাৰতেই ঠিকাদাৰসকলৰ কেম্প। বৰপেটীয়া দোকানীবোৰে

চাহ-দোকান, গেলা মালৰ দোকান আদি পৰিপাটিকৈ সজাই নৈৰ পাৰখন এখন বজাৰত পৰিণত কৰিছে।

ভাবিলোঁ, অৰ্থৰ লোভত মানুহে মনুষ্যত্ব বিসৰ্জন দি 'ছাইকেলৰ' শ্ৰেণীভুক্ত হবলৈ কুণ্ঠা বোধ নকৰে। নিজৰ মাতৃভূমিৰ বুকুৰ ওপৰত বিদেশীৰ তাণ্ডৱ নৃত্য দেখিও, তালৈ ভ্ৰুক্ষেপ নকৰি স্বাৰ্থ পূৰণৰ চেষ্টাতে নিজকে বিলাই দিছে। অলপ ঘূৰিয়েই দেখোঁ গুৱাহাটীৰ শ্ৰীশুভ বৰুৱাই বতাহ লোৱা যন্ত্ৰ (অয়েল ফেন) এটা বিছনাৰ ওপৰত থৈ আৰামেৰে বহি আছে। লগৰ ঠিকাদাৰজনক দেখি মোৰ অনুমান হ'ল, তেখেত বঙালী ভদ্ৰলোক। কথাবতৰা অসমীয়াতেই কৈছিল যদিও মাজে মাজে দুই এটা বঙালী উচ্চাৰণ ওলাই পৰিছিল। মোক দেখি বৰুৱাৰ মুখৰ ভাৱ যেন বদলি গ'ল। অভ্যৰ্থনাৰ সুৰত মোক বহিবলৈ অনুৰোধ কৰিলে। তেখেতৰ অনুৰোধ ৰক্ষা কৰিলোঁ। মনত কিন্তু বিতৃষ্ণাৰ ভাৱ। বিনীতভাৱে তেখেতক কলোঁ ; এনেদিনত আপোনাক ইয়াত দেখা পাম বুলি মই আশা কৰা নাছিলোঁ বৰুৱা! মোৰ কথা শুনি তেখেত যেন লাজতেই কোঁচ-মোচ খালে। চুচুক-চামাককৈ কবলৈ ধৰিলে ; "কি কৰিম হেৰি! নভবা নিচিন্তাকৈ আহি পালোঁহিয়েই। তথাপি সোনকালে যোৱাৰ চেষ্টাত আছোঁ।" ইত্যাদি। ময়ো লাহেকৈ তাৰপৰা উঠি দক্ষিণমুৱা হলোঁ। অলপ দূৰ গৈ দেখোঁ যে মোৰ ভতিজা দুজনে কুলী-বনুৱাৰে সৈতে কৰ্মত ব্যস্ত হৈ আছে। মোক দেখি সিহঁত হতভম্ব হৈ পৰিল। মোৰ ইমান খং উঠিল যে অভদ্ৰ ভাষাৰেই গালি পাৰি, কালিলৈ ইয়াৰপৰা গুচি যাবি বুলি টানকৈ কলোঁ। সিহঁতে যাম বুলি প্ৰতিশ্ৰুতি দিলে।

এইবোৰ কাণ্ড দেখা পাই মনত এনে এটা উত্তেজনা জন্মিল যে নিজৰ মনতে অৰ্জুনৰ দৰে প্ৰতিজ্ঞা কৰি পেলালোঁ, যি কোনো উপায়ে এই ঘাটি অহা কালিয়েই ধ্বংস কৰিম। এইবোৰকেই নীৰৱে চিন্তা কৰি ঘৰৰ পিনে খোজ ললোঁ। ঘৰত এটুপি চাহ খায়েই



সন্ধিয়াৰ আগভাগতে আকৌ সৰভোগলৈ ৰাওনা হলোঁ। সৰভোগ পাই দুৰ্গেশ্বৰৰ জ্বৰৰ খবৰ লবলৈ তেওঁৰ ঘৰত গৈ উপস্থিত হলোঁ। জ্বৰ একে দৰেই আছে। লক্ষ্য কৰিলোঁ ; তেওঁ অতিকৈ দুৰ্বল। বিছনাৰপৰা উঠিব নোৱাৰে প্ৰায়। মোক দেখি তেওঁ কান্দি পেলালে। অস্পষ্ট ভাষাত মোক কবলৈ ধৰিলে ; "শৰ্মা! মোৰদ্বাৰা একো নহ'ল। যদি কিবা কৰিব পাৰে আপুনিয়েই কৰক।"......তেওঁৰ তেনে অৱস্থা দেখি মোৰ চকুপানী ওলাল। কিন্তু তেওঁক অলপো গম নিদি মনত উৎসাহ দিবলৈ দুষাৰমান সান্ত্বনাৰ কথা কৈয়েই তাৰপৰা আঁতৰি আহিলোঁ। বাটতে ভাবিলোঁ, জন্মেজয়ক এবাৰ লগ ধৰি যাওঁ। কিন্তু পিছ মুহূৰ্ততে মনৰ ভাৱ পৰিবৰ্তন কৰি আজি আৰু দেখা নকৰোঁ বুলি ৰাতি আঠমান বজাত ঘৰমুৱা হলোঁ। ৰাতি খাই-বৈ শুবৰ চেষ্টা কৰিছোঁ যদিও টোপনি মুঠেই নাহিল। ওৰে ৰাতি উজাগৰে বিছনাত পৰি কেৱল চিন্তাকেই কৰিছোঁ। মনৰ মাজত অসম্ভৱ কল্পনাই আহি ঠাই লয়। কাইলৈৰ কল্পিত অভিযানৰ বীভৎস ছবি যেন মূৰ্তিমান হৈ মোৰ চকুৰ আগত ভাঁহি ফুৰিবলৈ ধৰিলে। পৰিণামলৈ চিন্তা কৰি চাওঁ—মোৰ জীৱনৰ ওপৰত এটা প্ৰলয়ৰ ধুমুহাই যেন সময়ৰ প্ৰতীক্ষা কৰিছে। মুহূৰ্ততে দুৰ্বলতাই মনটো আগুৰি পেলালে। ভাবিলোঁ, কালিৰ অভিযান স্থগিত ৰাখি শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীক বিচাৰি যাওঁ, তেখেতেনো কি পৰামৰ্শ দিয়ে। পিছ মুহূৰ্ততেই ভাৱ হ'ল, তেখেত এই সময়ত নিশ্চয় বৰপেটাত নাই, ক'ৰবাত ঘূৰি ফুৰিছে। কাজেই তেখেতক লগ পোৱা আশা এৰি পেলালোঁ। মনৰ দুৰ্বলতাক আঁতৰাই থৈ সংযত হলোঁ। পৰিণামলৈ ভ্ৰূক্ষেপ নকৰি মনক প্ৰবোধ দিলোঁ যে বোমা পৰিওতো এই দিনত লাখ লাখ মানুহ মৰিছে। মোৰ দৰে ক্ষুদ্ৰ প্ৰাণী এটা সংসাৰৰপৰা বিদায় ললেও জগতৰ একো ক্ষতি নহব। বৰং এই কৃতকাৰ্যতাৰ গৌৰৱ লৈ মৰিব পাৰিম। এইবোৰ চিন্তা কৰোঁতেই উত্তেজনা

আকৌ বাঢ়ি গ'ল। তেতিয়াই বিছনা এৰি উত্তেজিত মনক শাঁত কৰিবলৈ বাহিৰ ওলালোঁ।

বাহিৰলৈ আহি অলপ সুস্থ অনুভৱ কৰিলোঁ। আকাশ পৰিষ্কাৰ; অলপো মেঘ নাই। তাতে আকৌ ফটফটীয়া জোনাক। মৃদু বতাহ বলিছে। বাৰান্দাত এখন দীঘল হেলনীয়া বেঞ্চ আছিল, তাত বহি কল্পিত কৰ্মৰ কৃতকাৰ্যতাৰ বিষয়ে চিন্তা কৰিবলৈ ধৰিলোঁ। মোৰ মনৰ দৃঢ়তা কিমান বাঢ়িছিল ঈশ্বৰেহে জানে। এনেকুৱা অন্তঃপ্ৰেৰণা জাগিল যে সেই ৰাতিয়েই যেন গাঁওলৈ গৈ মানুহবিলাকক জগাই তুলি কৰ্ম সোঁতত জঁপিয়াই পৰোঁ। সেই অৱস্থাত ইংৰাজৰ ৰঙা চকু আৰু পৰিণামলৈ ভয় নাইকিয়া হ'ল। অস্থিৰভাৱে গৈ আকৌ ঘৰ সোমালোঁ। মেজত থকা ঘড়ীটোত তেতিয়া আঢ়ৈ বাজিছে। কোনেও গম নোপোৱাকৈ আকৌ শুই পৰিলোঁ। কিজানি নিদ্ৰাদেৱীয়ে অলপ কৃপা কৰেই, কিন্তু আশা পূৰণ নহ'ল, উজাগৰে ৰাতিটো কটাই দিলোঁ।

## বিমান কোঠৰ ধ্বংসৰ আঁচনি

ৰাতিপুৱা মুখ-হাত ধুই চাহ এটুপি খায়েই প্ৰস্তুত কৰা আঁচনিখন আৰু সৰভোগৰপৰা বেঁকী নদীৰ পাৰৰ ঘাটিলৈ অহা-যোৱা আলি আৰু সৰু-সুৰা ৰাস্তাবোৰৰ যিখন মেপ তৈয়াৰ কৰা হৈছিল, তাকে উলিয়াই আকৌ এবাৰ পৰীক্ষা কৰি চালোঁ। দেখিলোঁ মোৰ এটা ডাঙৰ ভুল হৈছে। চকুচকা-সৰভোগ আলিটো মেপত অঙ্কিত কৰা হোৱা নাই। যদি সৰভোগত থকা পুলিচবোৰে মটৰ লৈ চকুচকা আলিৰে ঘূৰি গৈ পাছ ফালৰপৰা বন্দুকেৰে আক্ৰমণ কৰে, তেতিয়া হলে অভিযান ব্যৰ্থ হবই, লগতে



বহুত মানুহ মৰাৰো সম্ভাৱনা। গতিকে সেই আলিটোত যি কেইখন কাঠৰ দলং আছে, তাক কাটি বগৰাই দিব লাগিব যাতে মটৰ নিবলৈ সুবিধা নাপায়।

সৰভোগ 'ফিডাৰ ৰোড'টো ( যি আলিটো সৰভোগৰপৰা বেঁকী পাৰৰ ঘাটলৈ গৈছে ) তিনি ঠাইত বহলকৈ কাটিবৰ বাবে মেপত আগেয় সোমাই লোৱা হৈছে। এই আলিটোত কাঠৰ দলং এখনো নাই, তিনিখন পকা পুলহে আছে। কাজেই তাক তিনি ঠাইত বহলকৈ কটাৰ বাহিৰে আন উপায় নাই। এইবোৰ কাম সম্পন্ন কৰিবলৈ প্ৰয়োজন হব ৩০ খনমান কোদাল আৰু দহ-বাৰজনমান কাঠমিস্ত্ৰী। আগতেই ইয়াৰ ব্যৱস্থা কৰা দৰকাৰ বিবেচনা কৰি মেপ আৰু আঁচনিখন জেপত সুমাই লৈ প্ৰথমে মাহুলীঝাৰ গাঁৱলৈ ৰাওনা হলোঁ। সেই গাঁৱৰ শ্ৰীমান ৰত্নেশ্বৰ মিস্ত্ৰীক লগ ধৰি বাৰজনমান, মিস্ত্ৰী যোগাৰ কৰি আৱশ্যকীয় অস্ত্ৰ-পাতি লগত লৈ সৰভোগ-চকুচকা আলিত অৱস্থিত কাঠৰ দলং তিনিখন বগৰাই দিয়াৰ পৰামৰ্শ দিলোঁ আৰু এই কথা যাতে গোপনে ৰাখে—অন্ততঃ নিৰ্দিষ্ট সময়লৈ, তেওঁক দঢ়াই কৈ থলোঁ। তেওঁ কথাষাৰ মানি লৈ যথাযথভাৱে কাম কৰিম বুলি মোক আশ্বাস আৰু নিৰ্ভয় দিলে।

তাৰপৰা ওলাই গৈ শহুৰৰ ঘৰত উপস্থিত হলোঁ। শ্ৰীমান চন্দ্ৰকান্ত শৰ্মাক লগ ধৰি সেই গাঁওৰেই ৩০ জন ডেকাৰ হাতত ৩০ খন মান কোদাল লগতে নিবলৈ দঢ়াই কলোঁ। উদ্দেশ্য বুজাই কোৱা হ'ল যে সৰভোগ 'ফিডাৰ ৰোড'টো তিনি ঠাইত ৫ ফুটমান বহল আৰু ৫ ফুট-মান দ'কৈ কাটিব লাগিব, যাতে সেই আলিৰে পুলিচে মটৰ নিবৰ সুবিধা নাপায়। শ্ৰীমান চন্দ্ৰকান্ত মোৰ প্ৰথম পক্ষৰ ঘৈণীৰ ভায়েক। তেওঁ তেওঁৰ দায়িত্ব বুজি লৈ সেই মতে কাম কৰিবলৈ প্ৰতিশ্ৰুত হ'ল। মই নিশ্চিন্ত হলোঁ।

তাৰপৰা বাহিৰে বাহিৰে সৰভোগলৈ ৰাওনা হলোঁ। গৈ দেখোঁ

দুৰ্গেশ্বৰৰ জ্বৰৰ পৰিবৰ্তন নাই। তেওঁক অলপ প্ৰবোধ দি গুচি আহিলোঁ। থানাৰ সন্মুখত দেখোঁ, আঠ-দহখনমান মটৰ সজাই থৈছে। মনত হিংসা জন্মিল, ভাবিলোঁ যি কোনো উপায়ে এই মটৰ কেইখন জ্বলাব লাগিব। এই আশা বুকুত বান্ধি জন্মেজয়ৰ ওচৰ চাপিলোঁ আৰু আজিয়েই আমাৰ কল্পিত অভিযান চলাব লাগিব বুলি দঢ়াই কলোঁ। কামাৰগাঁৱৰ অঞ্চলত প্ৰতিখন গাঁৱতেই আমাৰ অভিযান সূচনা কৰাৰ বাতৰি গোপনে প্ৰচাৰ কৰাৰ ভাৰ তেওঁৰ ওপৰত দিয়া হ'ল। থানাৰ সন্মুখত থকা মটৰ কেইখন দেখুৱাই তেওঁক কলোঁ যে এইবোৰ জ্বলাব লাগিব। তেওঁ মোৰ মুখৰ পিনে থৰ লাগি চাই থাকিল। মই কলোঁ যে ই অতি উজু কাম। পেট্ৰোল টেঙ্কৰ ঢাকনিখন খুলি দিয়াচলাই মাৰি দিলেই মটৰ জ্বলি যাব। তেতিয়াই আকৌ এটা বিপদৰ কথা স্মৰণ হ'ল। সেই সময়ত বৰপেটাত বহুত সশস্ত্ৰ পুলিচ মজুত ৰখা আছিল। যদি টেলিগ্ৰাম কৰি মটৰ ভৰ্তি কৰি সশস্ত্ৰ পুলিচ আনি আক্ৰমণ চলায়, তেতিয়া বিপদ হব পাৰে। ইয়াকে ভাবি চুমাৰঘাটৰ ৰত্নেশ্বৰ কমাৰ আৰু জন্মেজয়ক টেলিগ্ৰাফৰ তাঁৰবোৰ কাটি দিবলৈ অনুৰোধ কৰিলোঁ। প্ৰয়োজনীয় সঁজুলিও যাতে লগত নিয়ে তাক দঢ়াই কলোঁ। বৰনগৰৰ প্ৰতিখন গাঁৱতেই এই সংবাদ গোপনে জনাই দিবলৈ উত্তৰ গণকগাড়ীৰ শান্তি সেনা শ্ৰীমান শিৱৰামক পঠিওৱা হ'ল। মানুহবিলাক গোট খোৱা ঠাই নিৰ্ধাৰণ কৰা হ'ল—বহা-জাকুৱাপাৰাৰ তিনি আলিৰ মূৰ। সেই ঠাইখিনি অতি নিৰ্জন; মানুহৰ যাতায়াতো বৰ কম। ৰাতি দহমান বজাত উক্ত ঠাইত যাতে মানুহ সমবেত হয়, এই কথা শিৱৰাম আৰু জন্মেজয়ক প্ৰতিখন গাঁৱতেই জনাবলৈ পৰামৰ্শ দিয়া হ'ল। জন্মেজয়ক আবেলি মোৰ লগত দেখা কৰিবলৈ কৈ ঘৰমুৱা হলোঁ।

জন্মেজয়ে বোধ হয় মোৰ লগত দেখা কৰাৰ আৱশ্যক বোধ নকৰিলে। হয়তো তেওঁ সময়ো উলিয়াব নোৱাৰিলে। কাজেই



মোৰ আঁচনি আৰু সেপৰ কথা তেওঁৰ অজ্ঞাতেই ৰ'ল। ময়ো এই-বোৰ তেওঁক জনোৱাত একো লাভ নাই বুলিয়েই ক্ষান্ত থাকিলোঁ।

কামবোৰ ইমান গোপনে সম্পাদন কৰা হ'ল যে বাহিৰৰ কোনো মানুহেই অকণো সন্দেহ নাপালে। আবেলি প্ৰায় দুইমান বজাত ভাত খাই ক্ষন্তেক জিৰণি লৈছোঁ, হঠাৎ এটা দুষ্ট বুদ্ধিয়ে মনৰ মাজত ভুমুকি মাৰিলে। ঠিকাদাৰসকলৰ শিলগুটি কঢ়িওৱা নাওবোৰৰ কি ব্যৱস্থা কৰা হব? নাওবোৰক অক্ষত এৰিব নোৱাৰি। ইয়াকে ভাবি তেতিয়াই মাহুলীঝাৰ গাঁৱলৈ ৰাওনা হলোঁ। মোৰ প্ৰিয় ছাত্ৰ শ্ৰীমান ৰবিৰাম নাথৰ ঘৰলৈ গৈ তেওঁৰ চুবুৰীৰ ডেকাবোৰৰ হাতত একোখন কুঠাৰ নিবলৈ কলোঁ। উদ্দেশ্য, শ্ৰীধনীৰাম তালুকদাৰ, শ্ৰীৰাম চৰণ মেধি, কৰ্দ্দু ছখাঁ প্ৰমুখ্যে ঠিকাদাৰসকলৰ ভেৰোণীয়া নাওবোৰ কুঠাৰেৰে কাটি বেঁকী নৈত ডুবাই দিয়া। ফিৰি আহোঁতে বাটতে লগ পালোঁ শ্ৰীৰত্ন দাস, শ্ৰীগিৰীশ দাস আৰু শ্ৰীমথুৰা চৌধুৰীক। সেই সময়ত তেওঁলোকে প্ৰগতি সঙ্ঘ নাম দি এটা সঙ্ঘ খুলিছিল। বৰ্তমান তাৰ চিন চাব নাই। তেওঁলোককো এই অভিযানত সহায় সহযোগ কৰিবলৈ অনুৰোধ কৰাত সন্মত হ'ল।

এইবোৰ কামত লাগি থাকোঁতে প্ৰায় সন্ধিয়া হওঁ হওঁ হৈছে। অনাহকত সময় নষ্ট নকৰি ঘৰলৈ খোজ ললোঁ। ঘৰ পাই দেখোঁ যে বৰপেটাৰপৰা ৪।৫ জন মান স্বেচ্ছাসেৱক আহি উপস্থিত হৈছে। তেওঁলোকৰ বুকুত পিন্ধেৰে আঁৰি লোৱা বেজ আছে। তাত লিখা আছে 'হয় মৃত্যু, নহয় জয়'। বৰ ভাল লাগিল। মনৰ মাজতে এটা যেন আনন্দৰ ঢৌ উথলি উঠিল। ভাবিলোঁ যে ঈশ্বৰে ঠিক সময়তে এওঁলোকক মোৰ ওচৰলৈ পঠিয়ালে। লাহে লাহে গম পালোঁ যে তেওঁলোকৰ এজন হেনো শ্ৰীধনীৰামৰ তালুকদাৰ ভতিজাকো হয়। তেওঁলোকক যথাযোগ্য অভ্যৰ্থনা কৰিলোঁ। ৰাতি মোৰ ঘৰতেই খোৱাৰ বন্দোৱস্ত কৰাৰ কথাও কলোঁ। তেওঁলোক মান্তি হ'ল।

বহু বাহিৰা কথা কোৱামিলা কৰাৰ পিছত মই আমাৰ অভিযানৰ কথা চমুকৈ জনাই তাত তেওঁলোকক অংশ গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলোঁ। আন্ধাৰত তেওঁলোকক মনৰ ভাৱ সম্পূৰ্ণ উপলব্ধি কৰিব নোৱাৰিলোঁ, তথাপি অনুমান হ'ল যে তেওঁলোকে ভয় পাইছে। তেওঁলোকে গোপনে কিবা আলোচনা কৰি মোৰ ঘৰত থাকিবলৈও অসম্মত হ'ল। এজনে লাহেকৈ মোক কলে, "শৰ্মা! আমাৰ বাবে খোৱাৰ যোগাৰ নকৰিব। আমি সৰভোগলৈ যাম; ৰাতি তাতেই থাকিম।" মই মোৰ নিৰ্বুদ্ধিতা মৰ্মে মৰ্মে অনুভৱ কৰিলোঁ। ইমান আগতেই আমাৰ উদ্দেশ্য প্ৰকাশ কৰা উচিত হোৱা নাই। খোৱাৰ পিছতেহে কোৱা উচিত আছিল। তেওঁলোকে আৰু পলম নকৰি, সৰভোগলৈ বুলি খোজ ললে।

বহুত দুশ্চিন্তাই মনক অস্থিৰ কৰি তুলিলে। "এওঁলোকৰপৰা অভিযানৰ অনিষ্ট হোৱাৰ সম্ভাৱনা আছে নেকি?" এটা বিৰক্তিৰ ভাৱ আহিল। 'যিসকলে মৃত্যুবাহিনীৰ সৈনিকৰ দৰে আত্মবলিদান দিবলৈ বেজ পিন্ধি আগুৱাই আহিছে, তেওঁলোকে কিয় এনে সুযোগ হাতত পাইও নিজকে বঞ্চিত কৰিলে? কি কাম সমাধা কৰাৰ পণ কৰি বুকুত মৃত্যুবৰণ কৰাৰ বেজ আঁৰি লৈ বৰনগৰ পালেহি মানুহক দেখুৱাবলৈ নে কাম কৰিবলৈ?' যাওক, এইবোৰ চিন্তা কৰি আৰু একো লাভ নাই বুলিয়েই মনক স্থিৰ কৰিলোঁ।

এবাৰ নিজৰ গাঁওখন ঘুৰি আহিবৰ মন গ'ল। প্ৰতিবাসী শ্ৰীৰমণী দাসক লগত লৈ গাঁওখন এবাৰ ঘুৰিলোঁ। ডেকাদল প্ৰস্তুত। মনত এটা তৃপ্তিৰ ভাৱ লৈ ঘৰলৈ ফিৰি আহিলোঁ। যথা সময়ত খোৱা-বোৱা শেষ কৰি নিৰ্দিষ্ট ঠাইলৈ যাবলৈ প্ৰস্তুত হলোঁ। ইতি-মধ্যে গাঁওৰেই কেইজনমান ডেকা মোৰ লগতেই যাবৰ মন কৰি মোৰ ঘৰত আহি উপস্থিত হ'ল।

এটা কথা আগতে উনুকিয়াবলৈ পাহৰি গৈছোঁ—শ্ৰীমান নৰদ্বীপ



ৰঞ্জন পাটগিৰি সেই সময়ত নিচেই সৰু ল'ৰা। প্ৰায় ১৬ বছৰ হব। তেৰোঁ শান্তি-সেনা দলভুক্ত হৈ প্ৰশিক্ষণ লৈছিল। আৰু আমাৰ লগতেই সহকৰ্মী হিচাপে ঘুৰি ফুৰিছিল। মনৰ দৃঢ়তাও কম নাছিল। বৈপ্লৱিক প্ৰেৰণা সেই অকণমানি হিয়াখনিও ডাঠ বলিষ্ঠ হৈ উঠিছিল। তেওঁ মোৰ অকৃত্ৰিম স্নেহৰো পাত্ৰ আছিল। তেওঁৰ পিতাক শ্ৰীচিন্তাহৰণ পাটগিৰি বৰনগৰ হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষক আছিল। মোৰ লগত তেওঁৰ প্ৰগাঢ় বন্ধুত্ব থকা বাবেই বোধ হয় শ্ৰীমান নৰদ্বীপক পুত্ৰাধিক স্নেহৰ চকুৰে চাইছিলোঁ। তেৰোঁ এই মৰণ-যজ্ঞৰ হোতাৰূপে অভিযানত অংশগ্ৰহণ কৰিবলৈ প্ৰস্তুত হৈ আছিল। ৰাতি প্ৰায় দহমান বজাত পুৰ্বোল্লিখিত ঠাইলৈ গাঁওৰ ডেকাবোৰে সৈতে ৰাওনা হলোঁ। বৈ দেখোঁ যে তাত প্ৰায় হেজাৰ বাৰশ মান মানুহ গোট খাইছে। সকলোৰে মনৰ ভাৱ উত্তেজনাপূৰ্ণ। মোৰ যোৱাত পলম হোৱা বাবে তেওঁলোক বিৰক্ত হৈছিল। কিছুমান ডেকাই হেনো উত্তেজিতভাৱে মোৰ ঘৰলৈ যাবলৈও প্ৰস্তুত হৈছিল।

মই সেই উত্তেজিত জনতাক সম্বোধন কৰি ধীৰভাৱে বুজাই কলোঁ যে আমাৰ অভিযানৰ সময় এতিয়াও হোৱা নাই। কাৰণ, ঘাটিৰ মানুহবোৰ সজাগ থকা অৱস্থাত আক্ৰমণ চলালে প্ৰতি-আক্ৰমণৰ সম্ভাৱনা আছে। সিহঁতক নিশ্চিন্ত মনে শুবলৈ দিয়া উচিত। ৰাতি বাৰমান বজাতহে আমি আক্ৰমণ চলাব লাগিব। তেতিয়া হলে সিহঁতে টোপনিৰ জালত নিজৰ কৰ্তব্য পাহৰি গৈ যেনি-তেনি দিগভ্ৰষ্ট হৈ ঘুৰি ফুৰিব। তেনে অৱস্থাতহে আমি অবাধে কাম সমাধা কৰিবৰ সুযোগ পাম। মোৰ এই যুক্তি ৰাইজে মানি ললে।

ঘাটিত থকা মানুহৰ সংখ্যাও কম নাছিল; বাৰশমান কুলী-বনুৱা ঠিকাদাৰ-মহৰী, দোকানী, চিপাহী আদিৰে ভৰা। আঠ দহজন মান বন্দুকধাৰী পুলিচো আছিল। তেওঁলোকে ওলোটা আক্ৰমণ চলালে আমাৰ গতি যে কি হ'লহেঁতেন, ঈশ্বৰেহে জানে। বিশেষতঃ

আটাইবোৰ গাঁৱলীয়া হোজা মানুহ এনেকুৱা কাৰ্যৰ সংস্পৰ্শত অহিবলৈ জীৱনতো তেওঁলোকে সুযোগ পোৱা নাই। তথাপি মৰ-সাহ কৰি আক্ৰমণ চলাবলৈ সাজু হলোঁ। প্ৰথমে শ্ৰীমান চন্দ্ৰকান্ত শৰ্মাৰ নেতৃত্বত ৩০ খন কোৰেৰে সৈতে ৩০ জন ডেকা বাছি উলিয়ালোঁ। তেওঁলোকক সৰভোগ 'ফিডাৰ বোড' প্ৰায় ৫ ফুট বহলকৈ আৰু অনুৰূপকৈ তিনি ঠাইত কাটিবলৈ পঠিয়াই দিলোঁ। তেওঁলোকে নিজৰ নিজৰ সঁজুলি লৈ নিৰ্দিষ্ট ঠাইলৈ গুচি গ'ল। জনতাৰ মাজত দেখোঁ যে শ্ৰীমান নৱদ্বীপো আহি উপস্থিত হৈছে। তেওঁক দেখি আতঙ্কিত হলোঁ। ভাবিলোঁ যে এওঁক কোনো মতেই ঘাটিলৈ নিব নোৱাৰি। কিয়নো চিপাহীয়ে গুলী চলোৱাৰ সম্ভাৱনা আছে। মনৰ ভাৱ মনতেই গোপন কৰি শ্ৰীমানক ঘাটিলৈ নিনিয়াকৈ আন নিৰাপদ কামত নিয়োগ কৰাৰ উপায় চিন্তিলোঁ।....টেলিগ্ৰাফৰ তাঁৰ কাটিবৰ বাবে শ্ৰীৰত্নেশ্বৰ কমাৰ আৰু জন্মেজয়ৰ নেতৃত্বত ৩০ জনমান ডেকা উলিয়ালোঁ। তাৰ মাজতেই শ্ৰীমানক সুমাই দি এক প্ৰকাৰ নিশ্চিন্ত থাকিলোঁ।

শ্ৰীৰত্নেশ্বৰ মিস্ত্ৰীৰ নেতৃত্বৰ ১২জন মিস্ত্ৰীক চক্চকা সৰভোগ আলিত অৱস্থিত কাঠৰ দলং তিনিখন কাটি বগৰাই দিবলৈ পাঠিয়ালোঁ; বাকী জনতাক সমানে দুই ভাগত বিভক্ত কৰিলোঁ। প্ৰথম দলটোক সাপনা গাঁৱৰ আলিৰে ঘূৰি নদীয়ালপাৰাৰ মাজেৰে বেঁকী নদীৰ পাৰলৈ যি সৰু বাট গৈছে, সেই বাটেৰে গৈ ঘাটিৰ উত্তৰ মূৰত আক্ৰমণ চলাবলৈ সাজু কৰিলোঁ। দ্বিতীয় দলটোক মূল আলিৰে গৈ ঘাটিৰ দক্ষিণ মূৰত (মূল ঘাটিতেই) আক্ৰমণ চলাবলৈ সাজু কৰিলোঁ। উভয় দলকেই বিভক্ত কৰাৰ উদ্দেশ্য বুজাই কোৱা হ'ল। ঘাটিৰ উত্তৰ মূৰতে প্ৰথমে আক্ৰমণ চলাব লাগিব। কাৰণ, ঘাটিৰ উত্তৰ মূৰত ঠিকাদাৰ আৰু দোকানীবোৰৰ কেম্প। প্ৰথমে উক্ত কেম্পত জুই জ্বলাই দি 'বন্দে মাতৰম্' ধ্বনি কৰিলে দক্ষিণ মূৰৰ মূল



ঘাটিত পহৰা দি থকা চিপাহীবোৰে উত্তৰ মূৰলৈ খেদি যাব পাৰে। তেতিয়া দ্বিতীয় দলটোৱে মূল আলিৰপৰা উল্কাৰ দৰে লৰি গৈ সজাই থোৱা খেৰ-বাঁহ, বাঁহৰ তৰ্জা আৰু ঘৰবোৰত একে সমানে জুই জ্বলাই দিব আৰু সঘনে 'বন্দে মাতৰম্' ধ্বনি কৰিব। এনেকুৱা আক্ৰমণত কোনো চিপাহীয়ে থিৰেৰে থাকিব নোৱাৰে। কিং কৰ্তব্য বিমূঢ়ৰ দৰে দিগ্‌ভ্ৰষ্ট হৈ ঘূৰি ফুৰিবলৈ বাধ্য হব। আকৌ সাৱধান কৰি দিয়া হ'ল যে যদি চিপাহীয়ে গুলী চলায়, আৰু কোনোবা আহত হৈ পৰি যায়, তেতিয়া সেই আহতজনক দুজন মানুহে লৈ সেই স্থান পৰিত্যাগ কৰি আন নিৰাপদ ঠাইলৈ লৈ যাব। কিন্তু কৰ্তব্য সমাধা নকৰাকৈ কোনোৱে যেন ভয়তে পলাই নাযায়। দহজন মৰিলেও কাম সমাধা কৰিবই লাগিব। জনতাই কথাবোৰ মনোযোগেৰে শুনিলে। তাৰ পিছৰ কৰ্তব্যও তেওঁলোকক বুজাই কোৱা হ'ল। ঘাটিৰ কাম শেষ হোৱাৰ লগে লগে বিজুলী বেগেৰে সৰভোগলৈ যাব। তাত অৱস্থিত মিলিটাৰী অফিচ, থানা, বিষয়াসকলৰ থকা ঘৰ— সকলো পুৰি ছাই কৰি দিব। কিন্তু হাইস্কুলটো আমাৰ ৰাইজৰ সম্পত্তি। তাক যি কোনো উপায়ে ৰক্ষা কৰিবই লাগিব।

এই কথা বিতংভাৱে উল্লেখ কৰা দৰকাৰ বিবেচনা কৰিলোঁ। মিলিটাৰী অফিচটো আমাৰ হাইস্কুলৰ লগতেই সজাই লোৱা। প্ৰকাণ্ড এটা খেৰৰ ঘৰ। প্ৰায় ৬০ ফুট দীঘল। স্কুল ঘৰৰ ভিতৰতো অফিচ পাতিছিল। কৰ্তৃপক্ষই স্কুল ঘৰটো মিলিটাৰীক এৰি দি চক্চকা গৱৰ্ণমেণ্ট মজলীয়া স্কুলৰ লগতেই সাময়িক হিচাপে ল'ৰা-বোৰৰ শিক্ষাৰ ব্যৱস্থা কৰিছিল। স্কুলৰ সম্মুখৰ খোলা ঠাইখিনিত সৰু সৰু তম্বু বহুতো সজাই লৈছিল। সেই তম্বুবোৰত কেৰাণী, পিয়ন চকীদাৰ আদি থাকে। মিলিটাৰীৰ টকা-পইচাৰ ভঁৰাল স্কুল ঘৰতেই কৰিছিল। লোকেলবোৰ্ড বঙলাৰ ওচৰত মিলিটাৰী বিষয়াসকলৰ থকা ঘৰ; ৬৫।৭০ ফুট মান দীঘল এটা প্ৰকাণ্ড খেৰৰ ঘৰ। লগতে

সৰু সৰু কেইটামান ৰান্ধনি-ঘৰো সজা আছিল। তাত প্ৰায় ৫ জন মান মিলিটাৰী এচ্‌-ডি-ও থাকে। তেওঁলোকৰ প্ৰত্যেকেৰেই লগত একোটাকৈ পিস্তল থাকে। তেতিয়া সেই উত্তেজনাৰ মাজত সেইবোৰলৈ ভয় ভ্ৰূক্ষেপ একো নাছিল।

যথা সময়ত জনতাক মাৰ্চ কৰাই আগুৱাই পঠাবলৈ প্ৰস্তুত হলোঁ। প্ৰথমে উত্তৰ মূৰলৈ যাব লগা দলটোক আগুৱাই যাবলৈ দিলোঁ। কিন্তু আগৰ শাৰীত ঠাই লবলৈ কোনোৱে আগ নাবাঢ়ে। বোধ হয় বন্দুকৰ গুলীৰ কথা শুনিয়ে ভয় পাইছিল সকলোৱে। অলপ সময়ৰ বাবে বিমোৰত পৰিলোঁ। সন্মুখতেই দেখিলোঁ মাতুলীঝাৰ গাঁৱৰ শ্ৰীপ্ৰতাপ চন্দ্ৰ শৰ্ম্মা আৰু আমাৰ গাঁৱৰেই শ্ৰীৰমণী দাসক। তেওঁলোকক তিৰস্কাৰৰ সুৰতেই কবলৈ ধৰিলোঁ—তোমালোকে ইমান ডাঙৰ কাম কৰিবলৈ ওলাইছা, অথচ আগ শাৰীত থিয় হবলৈ শঙ্কা! ইমানেই যদি ভয়, ঘৰত শুই নাথাকিলা কিয়? তোমালোক থাকা। ময়েই আগত যাম। কিন্তু পিছৰ মানুহ সংযত ৰাখিবলৈ কোনো নাথাকিব। কথাখিনি তেওঁলোকৰ প্ৰাণত লাগিল আৰু তেতিয়াই দুয়ো গৈ জনতাৰ আগভাগত থিয় হ'ল। মনত বৰ ভাল লাগিল। দ্বিতীয় দলটোৰ আগত যোৱাটো আৰু ভয়ৰ কথা। কাৰণ সেইটোৱেই মূল ঘাটি আক্ৰমণ কৰিব, তাৰ সন্মুখতেই চিপাহীবোৰৰ কেম্প। সন্মুখতেই থিয় হৈ থকা দেখিলোঁ আমাৰ দক্ষিণ গণক-গাড়ী গাঁৱৰ অনাদাৰ মহাজনৰ একমাত্ৰ ল'ৰা শ্ৰীগিৰীশ চন্দ্ৰ দাস আৰু আন এজন শ্ৰীদামোদৰ দাসক। তেওঁলোকক সম্বোধন কৰি কলোঁ, "আমাৰ গাঁৱখনেই সকলো কামত আগৰণুৱা, আজি তোমালোকে সেই মৰ্যাদা ৰক্ষা কৰা! নিৰ্ভীকভাৱে দুয়ো সন্মত হ'ল। শ্ৰীদামোদৰ দাসৰ মুখৰ তেজস্বী আৰু বীৰত্বপূৰ্ণ কথাষাৰ মোৰ আজিও মনত আছে। "মৰিবলৈতো আহিছোঁৱেই, ভয় খাম কিয়?"



কামাৰগাঁও অঞ্চলৰপৰাও বহুত মানুহ আহিছিল; তাৰ ভিতৰত কছাৰী মানুহো আছিল। আৰু তেওঁলোকৰে শ্ৰীনগেন্দ্ৰ চন্দ্ৰ বড়োৱে এখন চাইকেল লৈ অহা দেখিলোঁ। তেওঁৰ কাণ্ড দেখি এনে উগ্ৰ কামৰ মাজতো হাঁহি উঠিছিল। চাইকেলখন কাঢ়ি আনি তেওঁকো জনতাৰ আগ ভাগ লবলৈ অনুৰোধ কৰিলোঁ। দ্বিৰুক্তি নকৰাকৈয়ে তেৱোঁ আগ শাৰীত থিয় হ'ল। আন পিনে লক্ষ্য কৰি দেখিলোঁ যে মাতুলীঝাৰ গাঁৱৰ শ্ৰীকালীনাথ বৰ্ম্মণ আৰু দুজনমান ডেকাই বিড়ী জ্বলাই লৈ হুঁপিবলৈ ধৰিছে। বিড়ী হোঁপা বন্ধ কৰিবলৈ কলোঁ। কাৰণ বিড়ীৰ জুই দেখি চিপাহীবোৰে গুলী চলাব পাৰে। এটা বিড়ীৰ বাবে আমাৰ এই বিৰাট অভিযান পণ্ড হবও পাৰে। কথাষাৰ তেওঁলোকে মানিলে।

যথা সময়ত সম্পূৰ্ণ নিঃশব্দে জনতাক আগুৱাই যাবলৈ উপদেশ দিলোঁ। জনতা আগ বাঢ়ি গ'ল। মই শ্ৰীনগেন বড়োৰ চাইকেলখন লৈ দুয়ো দলৰে মাজে মাজে যাবলৈ ধৰিলোঁ। যেতিয়া শাপনা গাঁৱৰ তিনি আলিৰ মূৰ পালোঁ, তেতিয়া দুয়োদলকে নিজ নিজ গন্তব্য স্থানলৈ যাবলৈ উপদেশ দিলোঁ। মূল ঘাটিৰ পিনে যোৱা দলটোক লাহে লাহে যাবলৈ পৰামৰ্শ দি, মই উত্তৰ মূৰলৈ যোৱা দলটোৰ লগ ললোঁ। নদীয়াল পাৰাৰ মাজেদি বেঁকী নদীৰ পাৰলৈ প্ৰথম দলটোক পাঠিয়াই দি শ্ৰীনগেন বড়োৰ চাইকেলখনত উঠি ঘূৰি আকৌ দক্ষিণমুৱা হৈ মূল ঘাটিলৈ ৰাওনা হলোঁ। মনত সন্দেহ হ'ল কিজানি জনতাই ভয়ত পিছুহুহকি আছে। তেওঁলোকক আগ ভেটিব লাগিব।

মই গৈ মূল ঘাটিৰ ওচৰ নৌ পাওঁতেই উত্তৰ মূৰত জুই জ্বলি উঠিল আৰু অবিৰাম 'বন্দে মাতৰম্ ধ্বনিয়ে আকাশ, বতাহ নিনাদিত কৰি দিগন্তলৈ প্ৰকম্পিত কৰি তুলিলে। মুহূৰ্ততে দক্ষিণ মূৰতো অনুৰূপ 'বন্দে মাতৰম্' ধ্বনিৰ লগে লগে আকাশ ভেদি জুই জ্বলি উঠিল।

ঠিকাদাৰ, মহৰী, কুলী-বনুৱা, দোকানীবোৰৰ 'মাৰিলে ঐ' 'মাৰিলে ঐ' চিঞৰত গগন কঁপি উঠিল। এপিনে ছুয়োদলৰেই 'বন্দে মাতৰম্' ধ্বনি, 'মহাত্মাজী কি জয়' 'নেহেৰু জী কি জয়', আৰু আন পিনে ঠিকাদাৰ, মহৰী, কুলী বনুৱাবোৰৰ আৰ্তনাদ একত্ৰিত হৈ এটা মহা প্ৰলয়ৰ সৃষ্টি হোৱা যেন লাগিল। সজাই থোৱা লাখ লাখ খেৰ-বাঁহ তৰ্জা, কাঠ আৰু ঘৰবোৰত সমানেই জুই জ্বলিল। অগ্নি দেৱতাই লেলিহান শিখা বিস্তাৰ কৰি অৰ্জুনে খাণ্ডৱ দাহন কৰাৰ দৰে ভীষণ মূৰ্তি ধাৰণ কৰিলে। জুইৰ প্ৰৱল উত্তাপত বাঁহবোৰ ফাটি একে লগে হেজাৰ হেজাৰ বোমা পৰাৰ দৰে গুৰুম্ গুৰুম্ শব্দত পৃথিৱী কঁপাই তুলিবলৈ ধৰিলে। জুইৰ পোহৰত স্পষ্ট দেখা গ'ল যে অসংখ্য মানুহ নৈৰ সোঁতত উটি যাব ধৰিছে। কিছুমান ঠিকাদাৰৰ দামী চাইকেল নদীৰ বুকুত লয় হৈ গ'ল। টকা-পইচাৰে ভৰা চুটকেচ, বিছনা আৰু বাচনবৰ্তন আদি অগ্নি দেৱতাৰ গ্ৰাসত পৰি ছাই হৈ গ'ল। অসংখ্য ঠিকাদাৰে উন্মাদৰ দৰে নদীৰ পাৰে পাৰে লক্ষ্যহীন-ভাৱে ঘূৰি ফুৰিবলৈ ধৰিলে।

যিসকলে এই ভয়াবহ দৃশ্য দেখা পোৱা নাই, তেওঁলোকে কল্পনাও কৰিব নোৱাৰিব, বেঁকী নদীৰ পাৰৰ সেই ভীষণ দৃশ্য কেনে মৰ্মান্তিক হৈ পৰিছিল। দ্বাপৰত কুৰুক্ষেত্ৰৰ মহাৰণৰ যি ছবি ব্যাস-দেৱে অঙ্কিত কৰি থৈ গৈছে, তাৰ লগত তুলনা নকৰিলেও আমি কলি কালৰ মানুহে ইয়াক দ্বিতীয় কুৰুক্ষেত্ৰ বুলি অভিহিত কৰিব পাৰোঁ। আক্ৰান্ত মানুহবিলাকৰ ভীষণ আৰ্তনাদ, আক্ৰমণকাৰীৰ 'বন্দে মাতৰম্' ধ্বনি, অগ্নি দেৱতাৰ প্ৰলয় নাচোন আৰু লাখ লাখ বাঁহ ফটাৰ গুৰুম্ গুৰুম শব্দই যেন মহাপ্ৰলয়ৰ আগন্তুক ইঙ্গিতকেই দিছিল।

সকলো কাম সুচাৰুৰূপে সম্পন্ন হোৱা বুলি ভাবিলোঁ যদিও, এটা দলৰ কাম অসম্পূৰ্ণ ৰ'ল। শিলগুটি কঢ়িওৱা নাওবোৰ (প্ৰায় ডেৰশ)



অক্ষত ৰ'ল। নাৱৰীয়াহঁতে তৎপৰতাৰে নাও মেলি দি সিপাৰলৈ গুচি গ'ল। আমাৰ মানুহৰ হাতৰ কুঠাৰ হাততেই ৰ'ল। পিছতহে গম পালোঁ যে চিপাহীবোৰে নিজৰ জীৱন বঁচাবলৈ ঘাটৰ পশ্চিমে থকা মৰাপাটৰ খেতিৰ মাজত পেট পেলাই পৰি থাকিল। গুলী চলাবলৈ সাহস নকৰিলে।

প্ৰায় ডুঘণ্টামানৰ ভিতৰতেই ঘাটৰ কাম শেষ হওঁ হওঁ হৈছে। হঠাৎ মনত সন্দেহ জন্মিল, জানোচা মোক বিচাৰি সৰভোগ থানাৰ পুলিচে গৈ মোৰ ঘৰত উপস্থিত হৈছে! ইয়াৰ কামটো প্ৰায় শেষ হৈ আহিল। এবাৰ ঘৰৰপৰা আহিবৰ মনে কেউজনমান ডেকাক কাম শেষ হোৱাৰ লগে লগে যাতে সকলো ৰাইজে সৰভোগলৈ লৰি যায়, তাৰ দায়িত্ব দি চাইকেলেৰে ঘৰৰ পিনে ৰাওনা হলোঁ। ঘৰ পাই দেখোঁ যে সকলোৱে শুই আছে। ঘৰখন নিস্তব্ধ ভাবিলোঁ ইমান গোলমালতো এওঁলোকে সাৰ পোৱা নাই; আচৰিত!

মোৰ ডাঙৰ ভতিজা শ্ৰীমান ভবেন্দ্ৰ সিদিনা মোৰ ঘৰতেই আছিল। তেতিয়া সি বৰপেটা লোকেলবোৰ্ডত চাকৰি কৰিছিল। সৰভোগ লোকেলবোৰ্ড বঙলাত তাৰ বিছনা আৰু বাচন-বৰ্তন সকলো থৈ, মোৰ ঘৰত খোৱা লোৱা কৰিছিল। প্ৰথমে তাকেই জগালোঁ। মই অহা গম পাই মোৰ ঘৈণীও বাহিৰলৈ ওলাই আহিল।

বেঁকী নদীৰ পাৰৰপৰা মোৰ ঘৰৰ দূৰত্ব প্ৰায় ডেৰ মাইল। মাজভাগত অৱস্থিত আমগুৰি, শাপনা গাঁৱৰ গছ-গছনি, বাঁহৰ চুপা আৰু হাবি-জঙ্গল ভেদ কৰি, জুইৰ পোহৰ, মানুহৰ চিঞৰ-বাখৰ ইয়াতো প্ৰতিধ্বনিত হৈছে। তেওঁলোকে বাহিৰলৈ আহিয়েই পোহৰ আৰু মানুহৰ চিঞৰ বাখৰ শুনি ভয়তে কঁপিবলৈ ধৰিলে। মই আকৌ যাবলৈ ওলাইছোঁ। এনেতে মাতুলীঝাৰ গাঁৱৰ শ্ৰীউমেশ দাসে দৌৰি আহি জনালে যে ডুজন মানুহৰ জখম হৈছে। কিবা দৰৱ-পাতি আছে নেকি? তেতিয়া মই বিমোৰত পৰিলোঁ। মোৰ ঘৰত

তেতিয়া বেণ্ডেজ বা আয়োডিন একোৱেই নাছিল। মনত ধিক্কাৰ আহিল। এইবোৰ অতি আৱশ্যকীয় বস্তু; যোগাৰ কৰিবলৈ মনত নহ'ল। কি মুৰ্খামি কৰিছোঁ বৰনগৰৰ অদৃষ্ট সুপ্ৰসন্ন আৰু প্ৰভুগৰথীয়া গোসাঁইৰ আশীৰ্বাদ যেনিবা চিপাহীবোৰে গুলী নচলালে। নহলে আহতবোৰক কিহেৰে শুশ্ৰূষা কৰিলোহেঁতেন। নিজকেই একেবাৰে বুদ্ধিহীন যেন লাগিল। শ্ৰীউমেশ দাসক বিদায় দি ময়ো যাবলৈ উদ্যত হৈছোঁ, এনেতে জনতাৰ 'বন্দে মাতৰম্' ধ্বনি নিচেই কাষতেই শুনিবলৈ পালোঁ। বুজিলোঁ, জনতাই এতিয়া সৰভোগলৈ যাত্ৰা কৰিছে। চাইকেলেৰে গোঁহাইকমল আলিত উঠিয়েই দেখোঁ যে কিছুমান মানুহে আমগুৰি তিনি আলিৰ মূৰৰপৰাই ঘৰমুৱা হৈছে। তেওঁলোকক আগভেটি ধৰিলোঁ আৰু ধমক দি ওভতাই পঠালোঁ। মূল আলিত গৈ দেখোঁ যে উত্তেজিত জনতাই 'বন্দে মাতৰম্' ধ্বনি কৰি সৰভোগৰ পিনে ঢাপলি মেলিছে। ময়ো চাইকেলখন আলিৰ দাঁতিতেই বগৰাই থৈ জনতাৰ পাছ ধৰিলোঁ। তিনি ঠাইত আলিটো কটোৱাৰ কাৰণে চাইকেলখন বাধ্য হৈ এৰিলোঁ। কিছু দূৰ গৈ দেখোঁ আমাৰ গাঁৱৰ পকীপুলৰ ওচৰত কিছুমান মানুহে দুজন ঠিকাদাৰ আৰু আঠজনমান কুলীক বাধ্য কৰি আলিটো আকৌ কাটিবলৈ লগাই দিছে। তেওঁলোকৰ কাণ্ড দেখি মোৰ হাঁহি উঠিল। মই সিহঁতক মুক্ত কৰি দিলোঁ আৰু নিৰ্ভয়ে য'লৈ ইচ্ছা ত'লৈ যাবলৈ কলোঁ। সিহঁতে কাম এৰি গুচি গ'ল। (বৰ্তমান এজন ঠিকাদাৰ মহাশয়ক গুৱাহাটীৰ পানবজাৰত কাপোৰ-মনোহাৰী দোকানত দেখিছোঁ।) অলপ পিছতেই অদূৰত দেখা পালোঁ, মটৰ লাইট। জনতাক সম্বোধন কৰি চিঞৰি কলোঁ, মটৰ আহিছে আক্ৰমণ কৰক। মটৰ অলপ দূৰ আহিয়েই আলিৰ ওপৰত খাৰৈ দেখি ঘূৰি চকুচকা-সৰভোগ আলিৰে যাবলৈ চেষ্টা কৰিলে। কিন্তু তাতো দলংবোৰ কাটি বগৰাই থোৱা দেখি, উপায় নাপাই ঘূৰি ক'ৰবলৈ গুচি গ'ল।



পিছতেই শুনিলোঁ, যে মটৰ কামাৰগাঁও আলিৰে পলাই গৈ হাকুৱা নদীৰ পাৰ পাইছে গৈ। সৰভোগৰপৰা কামাৰগাঁও ৰাস্তাৰে হাকুৱা নদীলৈ দূৰত্ব প্ৰায় ছয়-সাত মাইল হব। মিলিটাৰী এছ-ডি-ও চাহাবহঁতে প্ৰাণৰ ভয়ত পলাই গৈছে।

এটা কথা শুনি মনত বৰ বেজাৰ পালোঁ। ৰহাগাঁৱৰ শ্ৰীপ্ৰভুনন্দন দাসে প্ৰায় ৬০ জন মানুহ লৈ শাপনা গাঁৱৰ তিনি আলিৰ মূৰৰপৰাই ৰহা আলিৰে গুচি গৈছে। ই মোৰ ঘৰলৈ অহা দুষ্কৰ্মৰ ফল। সি যি কি নহওক, জনতাই সৰভোগতো কাম আৰম্ভ কৰিলে।

প্ৰথমে হাইস্কুলৰ লগত সজা মিলিটাৰী অফিচটোত অগ্নিসংযোগ ক'ৰা হ'ল। হাইস্কুলৰ ভিতৰত থকা মিলিটাৰীৰ চকী, মেজ, আলমাৰী আদি আটাইবোৰ দাঙি আনি জুইত নিক্ষেপ কৰা হ'ল। টকাৰ ভঁৰাল, লোৰ আলমাৰিটোও দাঙি নি জুইত আহুতি দিয়া হ'ল। এই কাৰ্যত তৎপৰতা দেখুৱাইছিল কলিতাপাৰাৰ শ্ৰীমথুৰা মোহন চৌধুৰীয়ে। তেওঁ কালী গোসাঁনীৰ দৰে তাণ্ডৱ নৃত্য কৰি উল্লিখিত সঁজুলিবোৰ জুইত জাঁপি দিছিল। আন আন ডেকাবোৰৰ তৎপৰতাও প্ৰশংসনীয়। প্ৰায় আধা ঘণ্টাৰ ভিতৰতেই সেই প্ৰকাণ্ড অফিচ ঘৰ ছাই হ'ল। ঈশ্বৰৰ আশীৰ্বাদত আমাৰ হাইস্কুলৰ একো অনিষ্ট নহ'ল।

এই কাম শেষ কৰাৰ পিছত জনতাই উল্কা বেগে গৈ থানা আৰু মিলিটাৰী এছ্-ডি ও থকা ঘৰবোৰত জুই দিবলৈ অগ্ৰসৰ হ'ল। থানাত গৈ দেখোঁ যে তাত এটি প্ৰাণীও নাই। সকলোৱে পলাই পত্ৰং দিছে। নিৰ্বিঘ্নে কাম সমাধা কৰিবলৈ আমাৰ সুযোগ মিলিল। কিন্তু এটা ডাঙৰ প্ৰতিবন্ধকে দেখা দিলে। থানাৰ মূল অফিচ ঘৰটো লোৰ খুঁটাৰে তৈয়াৰ কৰা। বেৰৰ বাতামবোৰো লোৰে নিৰ্মিত। তাত লগালে একোতেই জুই লাগিবৰ সম্ভাৱনা নাই। কিন্তু বৰপেটীয়া দোকানী কিছুমানৰ সহায়ত আমি সহজে এটা বাধা

অতিক্ৰম কৰিবলৈ সক্ষম হলোঁ। শ্ৰীউদ্ধৱবায়ন, শ্ৰীকীচক মহাজনকে আদি কৰি কেইজনমানে তিনি চাৰি টিন কেৰাচিন তেল আৰু ছিৰা বস্তাৰ যোগান দিলে। প্ৰায় তিনিকুৰিখন বস্তা কেৰাচিন তেলত ডুবাই লৈ জুই লগাই দিয়া হ'ল। মুহূৰ্ততে ভীষণ জুই জ্বলি উঠিল। জুইৰ তাপত লোৰ খুঁঠাবোৰ বেঁকা হৈ হালি পৰিল। আৰু সেই প্ৰকাণ্ড ঘৰটো জুইৰ ওপৰতেই ঢলি পৰিল। মই ভাগৰত অস্থিৰ হৈ পৰিলোঁ। আলিৰ পশ্চিমে থকা মাৰোৱাৰী দোকানৰ বাৰান্দাতেই বহি পৰিলোঁ। থানাৰ কাম শেষ কৰি জনতাই বিষয়াসকলৰ আবাসিক ঘৰবোৰত জুই দিবলৈ লৰি গ'ল। দাউ দাউকৈ জুই জ্বলি উঠিল। সেই জুইৰ লেলিহান শিখা গৈ লোকেলবোৰ্ড বঙলাৰ ওপৰত পৰাত অনিচ্ছাকৃত আৰু আকস্মিকভাৱেই বঙলাটো পুৰি গ'ল।

মোৰ শৰীৰ যেন অৱশ হৈ পৰিছে। মাৰোৱাৰীৰ বাৰান্দাৰ-পৰা উঠি যে ঘৰলৈ যাম, সেই শক্তিও মোৰ যেন লোপ পাইছে। উগ্ৰ মূৰ্তিৰ ফলতেই বোধ কৰোঁ, মূৰ ঘূৰিবলৈ ধৰিলে। ইপিনে ৰাতিও পোহৰ হওঁ হওঁ। সকলো দুৰ্বলতা আঁতৰাই থৈ মনক সংযত কৰি লাহে লাহে ঘৰৰ পিনে খোজ ললোঁ। মই যোৱাৰ পিছতেই জনতাই ডাকঘৰটোৰ কিবা হানিকৰ কাম কৰিছিল। পোষ্ট মাষ্টাৰে হেনো তিৰোতাবোৰৰ দোহাই দি ডাকঘৰটো ৰক্ষা কৰিলে। মই অস্থিৰ গতিৰে গৈ ঘৰ পালোঁ। নাদৰ পাৰলৈ গৈ ইচ্ছামতে মূৰত পানী ঢালি সুস্থবোধ কৰিলোঁ। ঘৰৰ মানুহবোৰক জগাই দি দীঘল বেঞ্চখনতেই গা এৰি দিলোঁ।

অলপ পিছতে শ্ৰীমান ৰবিৰাম নাথ আৰু শ্ৰীমান চন্দ্ৰকান্ত শৰ্মা প্ৰমুখ্যে কেইজনমান ডেকা মোৰ ঘৰত আহি উপস্থিত হ'ল। তেওঁলোকক চাহ এটুপিৰেই বিদায় দিলোঁ। তেতিয়াহে মনত পৰিল শ্ৰীনগেন বড়োৰ চাইকেলখন আলিৰ দাঁতিতেই এৰি অহাৰ কথা।



চাইকেলখন আনিবলৈ ওলালোঁ। ঘৰলৈ আনি ভাবিলোঁ যদি পুলিচ আহি চাইকেলখন দেখি কিবা সন্দেহ কৰে! অথবা থানালৈ লৈ যায়, তেতিয়া বিপদ হব। মোৰতো ৰক্ষা নায়েই; শ্ৰীবড়োয়ো নিস্তাৰ নাপাব। ইয়াকে ভাবি বাৰীৰ চুকৰ খাল এটাত চাইকেলখন ডুবাই থলোঁ। পিছদিনা পুৱাহে বড়োৱে চাইকেলখন নিলেহি। পিছত গম পালোঁ যে শ্ৰীজন্মেজয়ে টেলিগ্ৰাফৰ তাঁৰ কটা কামত কৃতকাৰ্য হব নোৱাৰিলে। সৰভোগ ষ্টেচনৰ আধা মাইলমান দূৰত তাঁৰ কিছুমান কাটিছিল যদিও, মূল তাঁৰকেইডালেই ৰৈ গৈছে।

পোষ্ট মাষ্টাৰে ৰাতিয়েই বৰপেটাৰ এছ্-ডি-ওলৈ টেলিগ্ৰাম কৰিছিল। এচ্-ডি-ও শ্ৰীৰবীন্দ্ৰ খাউণ্ড আৰু চিফ্ ইঞ্জিনীয়াৰ শ্ৰীকমলেশ্বৰ বৰুৱাই হেনো ৰাতিয়েই মটৰেৰে আহি বেঁকী নদীৰ সিপাৰৰপৰাই আমাৰ অভিযান চাই-চিতি আঁতৰি গৈছে। যেতিয়া তেওঁলোক বেঁকী নদীৰ পাৰ পায় তেতিয়া আমাৰ কাম সমাপ্ত হৈছে। জনতাও তাত উপস্থিত নাছিল।

শ্ৰীজন্মেজয়ে মটৰ জ্বলোৱা কাৰ্যত পাৰদৰ্শিতা দেখুৱাইছে। পৰামৰ্শ দিয়ামতেই পেট্ৰোল টেঙ্কত অগ্নি সংযোগ কৰি মটৰবোৰ জ্বলাইছে।

কৰ্মত কৃতকাৰ্যতা লাভ কৰি, মনত এটা তৃপ্তিৰ ভাব আহিল যদিও এটা প্ৰবল চিন্তাই মোক ঘেৰি ধৰিলে। উগ্ৰ সাহসত অভাৱনীয় কাম সম্পাদন কৰিলোঁ, কিন্তু পৰিণামত যে কিমান যন্ত্ৰণা সহ্য কৰিব লাগিব কোনে জানে? দুদিন একেৰাহে টোপনি হোৱা নাই, শৰীৰো অৱশ; গতিকে এটা দিন জিৰণি লোৱাটোকে স্থিৰ কৰিলোঁ। সেয়ে সোনকালে খোৱা-বোৱা শেষ কৰি বিছনাত আশ্ৰয় ললোঁ। কিন্তু টোপনি অহাৰ সম্ভাৱনা নেদেখি আবেলি দুইমান বজাতেই উঠি বহিলোঁ। এবাৰ ভাৱ হ'ল, সৰভোগলৈ যাম নেকি? কিন্তু পিছ মুহূৰ্ততেই ভাবিলোঁ; এই সময়ত সৰভোগলৈ যোৱা উচিত

নহব। কিয়নো বাটতে গ্ৰেপ্তাৰ হোৱাৰ সম্ভাৱনা। গ্ৰেপ্তাৰৰ হাত সাৰিব নোৱাৰিম, ই ধ্ৰুৱ। তথাপি উপযাচি গৈ ধৰা দিয়াৰ ইচ্ছা নাই। কোনোবাই আবেলি আহি মোৰ লগত দেখা কৰিব বুলি ভাবিছিলোঁ। কিন্তু গোটেই দিনটো অকলশৰে বিষণ্ণমনে কটালোঁ। এজন ডেকাও নাহিল। অনুমানতেই বুজিলোঁ প্ৰত্যেকেই ভয় পাইছে আৰু নিজৰ ঘৰতেই থাকি, ঘৰুৱা কাম কাজতে মনোনিবেশ কৰিছে।

## ৰাইজ অসন্তুষ্ট হ'ল

পিছদিনা পুৱাতেই উঠি এবাৰ ৰাইজৰ মনোভাব জানিবৰ ইচ্ছা হ'ল। পুৱাৰ চাহটুপি খায়েই বাহিৰ ওলালোঁ। প্ৰথমে চকচকা বজাৰেৰে মাহুলীঝাৰলৈ ৰাওনা হলোঁ। বাটত দুই চাৰিজন মানুহৰ লগত দেখা দেখি হ'ল যদিও, তেওঁলোকে মোৰ লগত কথা পতাৰ ভাব নেদেখিলোঁ। ভাব হ'ল, মোৰ এই কৰ্মত বোধ হয় ৰাইজ অসন্তুষ্ট হৈছে। চকচকা বজাৰলৈ গৈ লক্ষ্য কৰোঁ যে মানুহবিলাকে বিৰক্তিৰ ভাব লৈ সুতীক্ষ্ণ দৃষ্টিৰে মোৰ পিনে চাই আছে। কিছুমানে আক্ৰোশমুলক কথা কোৱাও মোৰ কাণত পৰিল আৰু কিছুমান প্ৰকাশ্যভাৱেই কৈ ফুৰিছে, 'এই বামুণটোৱে ৰৰনগৰখন খালে; ডুবালে' ইত্যাদি। এইবোৰ দেখি নিজকে নিজেই অপৰাধীৰ দৰে সংকুচিত হৈ খোজ লৈছোঁ। বজাৰ পাৰ হৈ যেতিয়া মজলীয়া স্কুলৰ সন্মুখ পাওঁ, তেতিয়া সেই স্কুলৰে শিক্ষক শ্ৰীকাশী নাথ শৰ্মা আৰু হেড্ পণ্ডিত শ্ৰীভৰত বাবু মোৰ আগত থিয় হ'ল। হেড পণ্ডিত মহাশয়ক বৰ উত্তেজিত হোৱা দেখিলোঁ। তেওঁ প্ৰকাশ্যে মোক কবলৈ ধৰিলে, 'শৰ্মা। বাহাদুৰি কৰি ঘাটি



পুৰিলে; এতিয়া পৰিণামলৈ চিন্তা কৰক, নিজক বঁচাবৰ চিন্তা কৰক। ইংৰাজ চৰকাৰৰ লগত প্ৰতিদ্বন্দ্বিতা কৰাৰ বিষময় ফল, পিছত গম পাব।' এনেকুৱা আকস্মিক আক্ৰমণৰ বাবে মই প্ৰস্তুত নাছিলোঁ। বিশেষকৈ এটা উৰা-বাতৰি শুনি তেওঁলোকে ভয় পাইছিল। চৰকাৰৰ চাকৰি কৰা মানুহবিলাককো হেনো ৰাইজে অক্ৰমণ কৰিব। মই তেওঁৰ কথাত অলপো বিচলিত নহৈ হাঁহিয়েই উত্তৰ দিলোঁ যে পৰিণামলৈ চিন্তা কৰা নাই। কৰ্তব্য বুলিয়েই কৰি গৈছোঁ। আপুনি ইমান বিতত হৈছে কিয়? নিৰ্ভয়ে থাকক। উৰা বাতৰিত ভয় খোৱাৰ প্ৰয়োজন নাই বুলিয়েই মই ভাবোঁ। কিন্তু শ্ৰীকাশীনাথ শৰ্মাই হাঁহি হাঁহিয়েই মোৰ লগত কথা পাতিছিল। বিশেষভাৱে মানুহক আক্ৰমণ কৰি কথা কোৱা তেওঁৰ স্বভাৱো নহয়। চাব-ডেপুটি কলেক্টৰ শ্ৰীঅন্নদা প্ৰসাদ শৰ্মাও বোধ হয় এই উৰা বাতৰিত ভয় পাইছিল। তেওঁ তেতিয়া মুঠেই ঘৰৰপৰা বাহিৰ ওলোৱা নাছিল। তেওঁ যে চিন্তান্বিত অৱস্থাতেই কাল কটাইছিল তেওঁ তাক নকলেও আমি অনুমানতেই ধৰি লৈছিলোঁ।

যিয়েই নহওক তাৰপৰা বিদায় লৈ মুছলমানপাৰাৰে যাব ধৰিছোঁ। হঠাৎ এজন মানুহৰ কথা মোৰ কাণত সোমাল, "হেৰ! ঘাটি পুৰা 'বামুণটো' সৌ যাব ধৰিছে।" সিহঁতৰ কথালৈ আওকাণ কৰি মাহুলীঝাৰ গাঁৱত উপস্থিত হলোঁ। তাৰ ডেকাবোৰে হাঁহি মুখেই মোক সম্ভাষণ জনালে। কিন্তু দুই এজন বুঢ়াৰ মনৰ ভাৱ সিমান ভাল যেন নালাগিল। তথাপি গাঁওখন এপাক ঘূৰি ঘৰৰ পিনে খোজ ললোঁ। মোৰ অনুপস্থিতিত বোধ হয় গাঁৱৰ তিৰোতা-বোৰৰ এটা বৈঠক মোৰ ঘৰত হৈ গৈছে। তাৰ ফল স্বৰূপে ঘৰখনত এটা বিষাদৰ সৃষ্টি হৈছে। মই আহিয়েই তাৰ প্ৰমাণ পালোঁ। কাৰো মুখত হাঁহি নাই। সকলোটিয়ে যেন অসম্ভৱ গম্ভীৰ হৈ পৰিছে। কাৰণ বুজিবলৈ মোৰ আৰু পলম নহ'ল। হাঁহি মুখে প্ৰশ্ন কৰিলোঁ।

"কোননো আহিছিল? বহু সময়ৰ মূৰত উত্তৰ আহিল যে গাঁৱৰ তিৰোতা কেইগৰাকীমান আহিছিল। কিবাকিবি কৈছেও হেনো। মই 'ও' বুলিয়েই নীৰৱে থাকিলোঁ। পিছদিনা দুপৰীয়া কোনোবাই এটা ভয় লগা উৰা বাতৰি যোগালে। সেই বাতৰিটো এই, 'কৰ্দ্দুছ খাঁই হেনো আজি ৰাতিয়েই দুই হেজাৰ চৰুৱা মুছলমান লৈ বৰনগৰ অঞ্চল আক্ৰমণ কৰিব। চৰকাৰেও হেনো সিহঁতক সহায় কৰিব আৰু পঞ্চাশজন বন্দুকধাৰী চিপাহীও আহিব।' এই উৰা বাতৰিটোৱে গোটেই বৰনগৰ তোল পাৰ লগালে। এই বাতৰিটো মোৰো কাণত পৰিল। মই হাঁহিয়েই উৰুৱাই দিলোঁ। ভাবিলোঁ এনে বাতৰিটো কাৰ উৰ্বৰ মস্তিষ্কই সৃষ্টি কৰিলে। কৰ্দ্দুছ খাঁৰ বৰনগৰ আক্ৰমণ কৰাৰ কোনো হেতু থাকিব নোৱাৰে, আৰু ইমান সাহস কৰ্দ্দুছ খাঁৰ নাই বুলিয়েই মোৰ দৃঢ়বিশ্বাস।

কিন্তু অলপ পিছতেই মাহুলীঝাৰ-টেঙাগাঁও-জাকুৱাপাৰা আৰু আমাৰ গাঁৱৰ ডেকাবিলাকে আহি খবৰটো সঁচা বুলি মোক দঢ়াই কলে। কোনোবাই হেনো বৰপেটাত এই খবৰ শুনি আহি ইয়াত জনাইছে। কথাটো যে সম্পূৰ্ণ সঁচা ইয়াত অলপো সন্দেহ নাই, ইত্যাদি। মই অলপ চিন্তিত হৈ পৰিলোঁ। মনৰ মাজত এটা সন্দেহ জন্মিল। কিজানি শ্ৰীকমলেশ্বৰ বৰুৱাই প্ৰতিশোধ লববৈলৈ কৰ্দ্দুছ খাঁৰ সহায় লৈছে!

পিছ মুহূৰ্ত্ততে ভাব হ'ল যে তেওঁ এজন ইংৰাজ গৱৰ্ণমেণ্টৰ ডাঙৰ কৰ্ম্মচাৰী। কৰ্দ্দুছ খাঁৰ দৰে মানুহৰ সহায় লোৱাৰ প্ৰয়োজন নকৰে; বৰনগৰক দমন কৰিবৰ শক্তি তেওঁলোকৰ যথেষ্ট আছে। নিশ্চয় এইটো উৰা বাতৰি! তথাপি আত্মৰক্ষাৰ বাবে সাজু থকা প্ৰয়োজন। ইয়াকে ভাবি গাঁওবোৰত খবৰ পঠাবলৈ ডেকাবোৰৰ ওপৰতেই দিলোঁ। সন্ধিয়াৰ লগে লগে সকলো ৰাইজে যেন জোং যাঠি খাপৰ আদি যাৰ যি অস্ত্ৰ আছে, তাকেই লগত লৈ আমগুৰি-তেবাটাত



(সৰভোগ-গোঁহাইকমল আলিৰ সঙ্গম স্থল) সমবেত হয়। লগতে খবৰ পঠিওৱা হ'ল যে সঁচাকৈয়ে যদি কিবা দুৰ্ঘটনা ঘটে, গাঁৱৰ তিৰোতাবোৰ যেন 'বন্দে মাতৰম্' ধ্বনি আৰু ৰাইজৰ চিঞৰ-বাখৰ শুনিলে ঘৰদুৱাৰ সাৱধানে বন্ধ কৰি ওচৰৰ শালি-পথাৰত সকলোৱে একে ঠাইতে সমবেত হয়। পিছৰ ব্যৱস্থা যি কৰিব লাগে ডেকাবোৰে ঘূৰি আহি কৰিব। কিন্তু কোনো যেন বিশৃঙ্খলাৰ সৃষ্টি কৰি নিজৰ সৰ্বনাশ নকৰে।

যথা সময়ত জনতাৰ বিপুল সমাবেশ হব ধৰিলে। আমগুৰি-তেবাটাৰ মূৰ জনতাৰে উপচি পৰিল। অনুমান হ'ল; প্ৰায় দুই হাজাৰ মানুহ গোট খাইছে। তেওঁলোকক সমানে দুভাগত বিভক্ত কৰি, এটা দলক ঘাটিৰ সম্মুখৰ সাপনা গাঁওৰ তিনি আলিৰ মূৰলৈ পঠোৱা হ'ল। লগতে আঠ-দহটামান বন্দুকো পঠোৱা হ'ল। বহুতে বন্দুক লৈ আহিছিল, তেওঁলোকক সাৱধান কৰি দিয়া হ'ল যে যদি কৰ্দ্দুছ খাঁৰ মানুহ দেখা পায়, তেনেহলে সিহঁতক আক্ৰমণ কৰাৰ সুযোগ নিদি প্ৰথমে আমিয়েই আক্ৰমণ কৰিব লাগিব। তেতিয়া দ্বিতীয় দলটোৱে গৈ তেওঁলোকক সহায় কৰিব। আকৌ সাৱধান কৰি দিয়া হ'ল যে অকাৰণত যেন তেওঁলোকে কোনো শব্দ নকৰে। তেনে কৰিলে গাঁওবোৰৰ অৱস্থা সঙ্কটপূৰ্ণ হব। দ্বিতীয় দলটোক নদীয়ালপাৰাৰ মাজত মূল আলিতেই ৰখা হ'ল। বেঁকী নৈৰ পশ্চিম ফালে প্ৰায় এমাইল জুৰি ডেৰশমান পহৰীয়া ৰখা হ'ল। সৰভোগতো একশমান ৰক্ষক ৰখা হ'ল। মুঠৰ ওপৰত বৰনগৰক এটা সুৰক্ষিত দুৰ্গত পৰিণত কৰা হ'ল।

কিন্তু যি ভয় কৰিছিলোঁ, সেয়ে হ'ল। ঘাটিৰ সম্মুখৰ দলটোৱে মিছাতে 'বন্দে মাৰম্' ধ্বনি তুলিলে। লগে লগে ইপিনৰপৰাও অনুৰূপ ধ্বনি উঠিল। মুহূৰ্ত্তৰ ভিতৰতে জনতাৰ মাজত হৈ চৈ লাগি গ'ল। গাঁওবোৰৰ অৱস্থা দুখজনক হ'ল। প্ৰত্যেক ঘৰৰে তিৰোতা-

বোৰে ঘৰ দুৱাৰ এৰি থৈ যেনি তেনি পলাবলৈ ধৰিলে। বেতৰ মাজ, ৰ'াহৰ মাজ, খাল-জোং একো বিচাৰ নকৰি সকলোৱে বাৰীৰ মাজত আশ্রয় ললে। এগৰাকী তিৰোতাৰ কেঁচুৱা ল'ৰা এটি মাকৰ কোলাতেই মৰিল। কোনোৱে আকৌ নিজৰ ল'ৰা বুলি গাৰুকেই সাৱটি লৈ পলাই পত্রং দিলে। (এইবোৰ ঘটনাৰ কথা পিছত শুনিছোঁ) শেষত দেখা গ'ল ঘটনা একোৱেই হোৱা নাই। মোৰ ঘৰৰ অৱশ্যে কোনো বাহিৰ হোৱা নাছিল। মোকেই অপেক্ষা কৰি আছিল। মই ওলাই যোৱাৰ সময়ত তেনে সতর্ক বাণীকেই কৈ গৈছিলোঁ। জনতাৰ উত্তেজনা যেতিয়া শাম কাটিলে তেতিয়া ৰাতি প্রায় দুই বাজিছে।

বাইজৰ সকলোকে গোট খুৱাই আমগুৰি তিনি আলিৰ মূৰত বহিবলৈ কলোঁ। মোৰ অনুৰোধক্রমে ৰাইজ মাতবোল নোহোৱাকৈ বহিলে। ঘাটিৰ সম্মুখলৈ যোৱা দলটোও আহিছিল। মই তেওঁলোকক মিছা চিঞৰ বাখৰৰ পৰিণাম কি ভয়ানক বুজাই কলোঁ, লগতে ইয়াকো বুজাই দিলোঁ যে ইংৰাজ গৱৰ্ণমেণ্টে আমাৰ কামৰ প্রতিশোধ নোলোৱাকৈ নাথাকে ; ই ধ্রুৱ। তালৈ যেন ৰাইজ সজাগ থাকে।

মোৰ নিজৰ কথাও অলপ নোকোৱাকৈ থকা নাছিলোঁ। আমাৰ বৰনগৰত পঞ্চম বাহিনীৰ অভাৱ নাই। তেওঁলোকে নিশ্চিন্তভাৱে বহি নাথাকি স্বার্থ পূৰণৰ সুবিধা বিচাৰিব। মই গম পাইছোঁ ; কিছুমান ঠিকাদাৰে বৰপেটালৈ গৈ মোকেই এই অভিযানৰ গুৰিয়াল বুলি এচ-ডি-ও আৰু শ্রীকমলেশ্বৰ বৰুৱাক জনাইছে। কাজে একোতেই মই অব্যাহতি পাব নোৱাৰোঁ। মোৰ অবর্তমানত মোৰ ঘৰখনৰ প্রতি যেন ৰাইজে সহানুভূতি দেখুৱায়। কেইজনমান ডেকা উত্তেজিত হৈ কবলৈ ধৰিলে ; এই পঞ্চম বাহিনীৰ কথা আমি জানো। ইচ্ছা কৰিলেইতো আমি সিহঁতক ধ্বংস কৰিব পাৰোঁ।" মই নম্রভাৱে কলোঁ, তাৰ প্রয়োজন নাই। স্বার্থৰ খাতিৰত তেওঁলোকে ইংৰাজক



গোপনে সহায় কৰিবলৈ ওলাইছে। তথাপি তেওঁলোক আমাৰে মানুহ। আজি লাখ লাখ ভাৰতবাসীয়ে প্রকাশ্যভাৱে ইংৰাজক সহায় কৰিছে। ক'তা ? তেওঁলোককতো আমি একো কৰিব পৰা নাই। দুই এজনৰ অনিষ্ট সাধন কৰিলে কি লাভ হব! ইত্যাদি। জনতাই মোৰ কথা মানিলে আৰু শান্তভাৱে ঘৰা-ঘৰি গুচি গ'ল। ময়ো চিন্তান্বিত মনে ঘৰ পালোঁ। ঘৰত দেখোঁ যে ওচৰৰে দুজনীমান তিৰোতাৰে সৈতে ঘৈণীয়ে ভয়বিহ্বল অন্তৰেৰে মোকেই বাট চাই আছে। ভাত পানীৰ যোগাৰ কৰা নাই। চাকৰ-ল'ৰাটোৱে দুপৰীয়াৰ ভাতকে খাই শুই আছে। একাপ চাহ খায়েই বিছনাত পৰিব লগা হ'ল। টোপনি কিন্তু নহ'ল, পুৱাৰাতি বোধ হয় এঘণ্টামান টোপনি আহিছিল। বেলি উঠাৰ লগে লগে উঠি বহিলোঁ।

মোৰ চুবুৰীয়া শ্রীৰমণী দাসে পুৱাতেই কিবা সকামত চক্চকা বজাৰলৈ গৈছিল। তেওঁ আহি খবৰ দিলে যে ভলুকাডোবাত যোৱা ৰাতি এটা ঘটনা ঘটিছে। মোক হেনো খবৰ কৰিছে। এতিয়াই তালৈ যাব লাগে। চাহ খাই তেতিয়াই চক্চকা বজাৰলৈ ৰাওনা হলোঁ। বৰপেটীয়া চাহ দোকানত বহুত মানুহ জমিছে।

এইখিনিতে এটা কথা উল্লেখ কৰাৰ প্রয়োজন বোধ কৰিলোঁ। মানাহ নদীটো সেই সময়ত বৰ প্রবল আছিল। ৰহা, ধর্মপুৰ, আবাদি আদি গাঁওবোৰ এই নদীয়ে গ্রাস কৰি পেলাইছে। নদীলৈ চালে সাহসী মানুহৰো বুকু কঁপি উঠিছিল। দুখন ৰেলৰ দলং ধ্বংস কৰিছে। আমাৰ আলোচ্য সময়তে তৃতীয় দলং এখন তৈয়াৰ কৰিবলৈ ৰেল বিভাগে বহু পঞ্জাৱী, শিখ মিস্ত্রী, ইঞ্জিনিয়াৰ, কুলী-বনুৱা গোট খুৱাইছিল। সেই অৱস্থাত শ্লিপাৰৰ দ'মৰ ওপৰেৰে সঙ্কটপূর্ণ অৱস্থাত ৰেল চলাচল কৰিছিল। শিখ মিস্ত্রীহঁতৰ দুজনমানে নদীৰ পাৰত অৱস্থিত ভলুকাডোবা গাঁৱত কিবা অন্য অভিসন্ধিৰে ৰাতি একমান বজাত প্রবেশ কৰে। গাঁওৰখীয়া ডেকাবোৰে সিহঁতক দেখি আক্রমণ

কৰে। ফলত সিহঁত ভীষণভাৱে আহত হয়। এজনে কোনোমতে নদীত জঁাপ দি আত্ম ৰক্ষা কৰে। আনজন তাতেই মৰিল। ডেকাবোৰে উপস্থিত বুদ্ধি খটুৱাই বুকুত এটা শিল বান্ধি শৰটো নৈত পেলাই দিলে।........কেইজনমানে কিবা বিপদ ঘটিবৰ সম্ভাৱনাত পৰামৰ্শ বিচাৰি মোৰ ওচৰলৈ আহিছে।

মই তেওঁলোকক নির্ভয়ে থাকিবলৈ কলোঁ। কোনোবাই কিবা সুধিলে "আমাৰ ইয়াত একো হোৱা নাই" বুলি যেন স্পষ্ট জবাব দিয়ে। ল'ৰা-তিৰোতাবোৰকো সাৱধান কৰি দিব কলোঁ। সিহঁত গুচি গ'ল।

চকৃচকাৰপৰা আহি ঘৰ পালোঁ। দুপৰীয়া ভাত-পানী খাই আকৌ শুবলৈ চেষ্টা কৰিলোঁ যদিও, চিন্তাৰ প্ৰৱল সোঁতত উটি ফুৰিবলৈ ধৰিলোঁ। এনেতে আলিত কেবাখনো মটৰৰ শব্দ শুনিলোঁ। ভাবিলোঁ যে এই আলিৰে মটৰ নিয়াৰ সুবিধা নাই, তিনি চাৰি ঠাইত 'প্ৰকাণ্ড' খাৰৈ আছে। এনেস্থলত মটৰ কোনে কেনেকৈ আনিলে ?........মনৰ সন্দেহ গুচাবলৈ তেতিয়াই আলিলৈ গৈ দেখোঁ যে তিনিখন মটৰ ভৰি গুৰ্খা চিপাহী আহিছে। দীঘল দীঘল 'শ্লিপাৰ' খাৰৈবোৰৰ ওপৰত দি মটৰ চলাচলৰ সুবিধা কৰিছে। মই ফিৰি আহিলোঁ।

আনহাতে প্ৰায় এশ ডেৰশমান ইংৰাজ সৈন্য আহি হাইস্কুলত বাহৰ কৰিছে। বৰনগৰৰ অৱস্থা বুজিবলৈ আৰু কাৰো বাকী নাথাকিল। গোটেই বৰনগৰ জুৰি ত্ৰাসৰ সঞ্চাৰ হ'ল। মোৰ মনতো পৰিণাম-চিন্তাৰ এটা বীভৎস ছবি অঙ্কিত হ'ল। গভীৰ চিন্তাত সময় অতিবাহিত কৰিছোঁ। আবেলি প্ৰায় তিনি বজাত 'বৰপেটা জিলা' কংগ্ৰেছৰ সভাপতি শ্ৰীঅক্ষয় কুমাৰ দাস আহি মোৰ ঘৰত উপস্থিত হ'ল। তেওঁক লগ পাই মনত অলপ শান্তি আহিল। তেওঁ আহিয়েই মোক খবৰকৈ কবলৈ ধৰিলে : "আপোনাক গ্ৰেপ্তাৰ কৰিবলৈ পুলিচ



আহিব লাগিছে, সাজু হওক। ভাতপানী খোৱাৰ দৰকাৰ অনুভৱ কৰিলে খাই লওক। ঠিকাদাৰসকলে আপুনি এই কামৰ গুৰিয়াল বুলি মহকুমাধিপতিক কৈছে, আৰু ল'ৰা-ছোৱালীবোৰক এই সময়ত ঘৰৰপৰা আঁতৰাই থওক।" এইখিনি কথা কৈয়েই তেখেত গুচি গ'ল। মই গভীৰ চিন্তাত পৰিলোঁ। কি কৰিম কি নকৰিম, একো ঠাৱৰ কৰিব নোৱাৰোঁ। পৰিয়ালৰ আটাইবোৰকে ওচৰৰে মানুহ এঘৰলৈ পঠিয়াই দিলোঁ। ভাততো খাইছোঁৱেই আৰু খাবলৈ ইচ্ছা নহ'ল। অকলে ঘৰত বহি পুলিচৰ আগমন প্ৰতীক্ষা কৰিলোঁ। সন্ধিয়া হৈ গ'ল। পুলিচ নাহিল। ল'ৰা-ছোৱালীবোৰক আকৌ ঘৰলৈ আনিলোঁ। ৰাতি খাই-বই বিছনাত উঠিলোঁ। নানা চিন্তাই মোক অতিষ্ঠ কৰি তুলিলে। ৰাতি দুইমান বজালৈ টোপনি নহ'ল। ৰাতিপুৱা এটা ভয় লগা বাতৰি ওলাল। শ্ৰীকমলেশ্বৰ বৰুৱা হেনো পগলা যেন হৈছে। মোক দেখিলেই গুলী কৰিব। কথাটো বিশ্বাস কৰিব নোৱাৰিলোঁ। ভাৱ হল, কৰ্দুছ খাঁৰ বৰনগৰ আক্ৰমণৰ দৰে ইও এটা ভিত্তিহীন জনৰৱ। পিছ মুহূৰ্ততে মনত দুৰ্বলতা জন্মিল। নিজৰ উগ্ৰতাৰ কথা স্মৰণ কৰি কথাটো অসম্ভৱ নহয় বুলিয়েই ধাৰণা হ'ল।

ঘৰৰ সকলোকে মাতি আনি কবলৈ ধৰিলোঁ যে এই ঘটনাত মোৰ মৃত্যু হোৱাটোও অসম্ভৱ নহয়। তোমালোকে নিজৰ কৰ্তব্য কৰি যাবা। এই সংসাৰত মই নাই বুলিয়েই ধৰিবাচোন। মোৰ বয়সৰ বহু মানুহেইতো এই সংসাৰ এৰি গৈছে। গৃহস্থৰ আনবোৰে জানো নোখোৱাকৈ শুকাই মৰিছে ? সকলো নীৰৱ। কেৱল ঘিহাৰ আঁচলেৰে চকু মচিবলৈ ধৰিলে। মোৰো দুখ লাগিল। কিন্তু বাহিৰত দুৰ্বলতাৰ অলপো গম নিদি মনটো সংযত কৰিলোঁ। মনৰ এই খেলি-মেলি ভাৱবোৰৰ পৰিবৰ্তন দৰকাৰ বুলি ভাবি এবাৰ ফুৰি আহিবলৈ মন গ'ল। কিন্তু ক'লৈ যাওঁ একো ঠিক কৰিব নোৱাৰা হলোঁ।

আগতে মোৰ ঘৰত ডেকাবোৰৰ যেনে সমাগম হৈছিল, আজি দুই চাৰিদিনমানৰপৰা কোনো ডেকাই অহা নাই। সকলোৱে বোধহয় ভয়তে ঘৰৰপৰা বাজ নোলোৱাত পৰিছে। হাট-বজাৰতো মানুহৰ সমাগম কমি গৈছে। গোড়া আৰু গুৰ্খা চিপাহীৰ ভয়ত মানুহে দৰকাৰী কামলৈও পিঠি দি ঘৰতে সময় কটাইছে।

## আত্মগোপন

মোৰ ফুৰিবলৈ যোৱা নহ'ল। পুৱা প্ৰায় ৯ মান বজাত বঙালীৰ দুজনমান ডেকা লৈ শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী মোৰ ঘৰত উপস্থিত হ'ল। তেওঁক দেখি মই যেন অকূল সাগৰত কূল বিচাৰি পালোঁ। শুদা চাহেৰে তেখেতক অভ্যৰ্থনা কৰিলোঁ। তেখেতে মোৰ মুখলৈ চাই, কোনো প্ৰশ্ন নকৰাকৈয়ে হাঁহিবলৈ ধৰিলে। তেখেতৰ হাঁহিৰ তাৎপৰ্য বুজাত মোৰ পলম নহ'ল। মোৰ ঘাটি জ্বলোৱা কাৰ্যত যে তেখেতে অসন্তুষ্ট হোৱা নাই, হাঁহিতেই তাৰ প্ৰকাশ পাইছে। অলপ সময় মনে মনে থকাৰ পিছত মই সুধিলোঁ, মোৰ বৰ্তমান কৰ্তব্য কেনে হব। তেখেতে ভাবি কেইদিনমানৰ বাবে মই আঁতৰি থকাই ভাল বুলি অভিমত দিলে। মোৰ মনত ইতিপূৰ্বেই ভাৱটোৱে উকি মাৰিছিল। কিয়নো, এনে খণ্ডত জ্বলি থকা অৱস্থাত ধৰা দিলে কিবা অঘটন ঘটাটো নিশ্চিত। গতিকে কিছুদিন আত্মগোপন কৰি থকাই উচিত হব। উত্তেজনা সাম কাটিলে পিছৰ কৰ্তব্য অৱস্থা বুজি স্থিৰ কৰা হব। চৌধুৰীয়ে আৰু পলম নকৰি শ্ৰীনন্দমোহন মজুমদাৰৰ ঘৰলৈ গ'ল। ময়ো দুপৰীয়াৰ ভাত সাজ খাই ললোঁ। খাই উঠাৰ লগে লগে মোৰ মনটোৱে যেন কৈ উঠিল, এই খোৱাই মোৰ শেষ খোৱা।



আনহাতে চিপাহীৰে ভৰা মটৰ গাড়ীয়ে বৰনগৰৰ প্ৰতিটো ৰাস্তাতেই নজৰ দিবলৈ ধৰিলে। মাজে মাজে দুই এটা 'ব্লেঙ্ক ফায়াৰ' কৰিবলৈ ধৰিলে হঠাৎ এটা খবৰ শুনি বেজাৰ লাগিল। গুৱাহাটীৰ শ্ৰীভুৱনেশ্বৰ বৰুৱা আৰু শ্ৰীহৰেশ্বৰ গোস্বামীয়ে হেনো বৰনগৰলৈ মটৰেৰে আহি উলটি গৈছে। নিঃকিণ বুলিয়েই বোধহয় মোৰ লগত দেখা নকৰিলে। অথবা কংগ্ৰেছৰ নীতি বহিৰ্ভুত কাম কৰিছোঁ বুলিয়েই মোৰ প্ৰতি ঘৃণা জন্মিছে, আৰু শুনিছোঁ তেওঁলোকে হেনো শ্ৰীনন্দ মজুমদাৰৰ ঘৰলৈ আহি ডাবৰ পানী খাইছে। এনে দিনত তেওঁলোক আহি দেখা নকৰাত মনৰ মাজত এটা অভিমানৰ সুৰ বাজি উঠিল। সেইবোৰ চিন্তা আঁতৰাই থৈ মুহূৰ্তমানো পলম নকৰি তেতিয়াই ঘৰৰপৰা ওলাই যাবলৈ প্ৰস্তুত হলোঁ। কিন্তু যাওঁ কোন বাটেৰে? চিপাহীবোৰে প্ৰতিটো আলিতেই মটৰেৰে পহৰা দি ফুৰিছে। সন্মুখত পৰিলে ৰক্ষা নাই। গতিকে শালিপথাৰৰ মাজে মাজেই টেঙাগাঁওলৈ ৰাওনা হলোঁ। তাত গৈ শ্ৰীউদয় নাথৰ ঘৰত সোমালোঁ। যাবৰ পৰত পুলিচ আহি মোৰ কথা সুধিলে, ঘৰৰ মানুহক পাঠশালালৈ যোৱা বুলি কবলৈ কলোঁ। শ্ৰীউদয় নাথৰ ঘৰত চাহ এটুপি খাই মাহলীঝাৰলৈ ৰাওনা হলোঁ। তাত সোমোৱাৰ লগে লগে খবৰ পালোঁ যে ২০ জনমান সশস্ত্ৰ পুলিচ আৰু দুজন দাৰোগাই মোৰ ঘৰ ঘেৰাও কৰিছে। প্ৰথমে চাকৰ ল'ৰাটোক মোৰ কথা সোধাত সি কব নোৱাৰোঁ বুলি কলে। তাক লাঠিৰে কোবাই কেবাঠাইতো জখম কৰিলে। সি চিঞৰ-বাখৰ কৰি স্বগৃহলৈ পলাই গ'ল। চকচকা বজাৰতেই তাৰ ঘৰ। সি গুচি যোৱাত এটা ডাঙৰ বিপদ হ'ল। গৰুকেইটাৰ বিলৈ নোহোৱা হ'ল। চিপাহীবোৰে আটাইকেইটা ঘৰতে তন্ন তন্নকৈ বিচাৰিও মোক নাপাই বাৰীৰ মাজ, বাঁহৰ তল, খাল-জঙ্গল চলাথ কৰিলে। ক'তো একো উমান নাপাই বাগানৰপৰা পকা আনাৰস চাৰিটামান আনিলে, আৰু চালৰ ওপৰৰ

কোমোৰা গছডাল ছপাই আনি ফল কেইটা ছিঙাই ললে। ৰান্ধনি-ঘৰৰ ভিতৰ সোমাই টিনত থকা দহসেৰমান মিহিচাউল টিনেৰে সৈতে এটা চিপাহীয়ে ললে। এইবোৰ উদ্ভণ্ডালি মোৰ ঘৈণীয়ে নীৰৱে থিয় হৈ চাই আছিল। প্ৰতিবাদ কৰাৰ ইচ্ছা নকৰিলে, অথবা সাহসেই নহ'ল। দুজন শিক্ষিত পুলিচ কৰ্মচাৰীৰ সম্মুখত চিপাহীবোৰে এনে হীন-বে-আইনী কামত লিপ্ত হোৱা দেখিও তেওঁলোকে একো প্ৰতিবিধান নললে।

সৰশেষত ঘৈণীক প্ৰশ্ন কৰিবলৈ ধৰিলে, "শৰ্মা ক'লৈ গ'ল?" মই আগেয়ে শিকাই থোৱামতে পাঠশালালৈ যোৱা বুলি কলে। তেওঁলোকে বিশ্বাস নকৰিলে। আকৌ এবাৰ সন্দেহযুক্ত ঠাইবোৰ চাই-চিতি সন্ধিয়াৰ লগে লগে মটৰেৰে সৰভোগলৈ গুচি গ'ল। গোটেই ঘটনাবোৰৰ খবৰ মই মাতুলীঝাৰতেই বহি পাবলৈ ধৰিলোঁ। প্ৰতিবেশী শ্ৰীঅমৃত দাস আৰু শ্ৰীৰমণী দাসে সকলো খবৰ জনাই আছিল। মোৰ আৰু ঘৰলৈ যোৱা নহ'ল। মাতুলীঝাৰৰে শ্ৰীহাৰাণ শৰ্মাৰ ঘৰত ৰাতিটো কটালোঁ। ৰাতিপুৱা খবৰ পালোঁ যে শেষ নিশা আকৌ পুলিচ আহি ঘৰ ঘেৰাও কৰিছিল। অকৃতকাৰ্য হৈ উলটি গৈছে। তেতিয়ালৈ মোৰ ঘৰৰ মানুহৰ প্ৰতি একো বেয়া ব্যৱহাৰ কৰা নাই। সন্ধ্যা সময়ত আকৌ এটা উৰা বাতৰি ওলাল। মোৰ হেনো গুলীৰ হুকুম হৈছে। মোক দেখা মাত্ৰকে গুলী কৰি মোৰ শৰটো বৰপেটালৈ পঠিয়াই দিব। কথাষাৰ বিশ্বাস কৰিবলৈ টান পালোঁ। কিন্তু এনেভাৱে কথাষাৰ সজাই উলিয়া হৈছে যে বিশ্বাস নকৰি নোৱাৰি। চকাবাউসীৰ মানুহ এজন বৰপেট্ৰালৈ গৈছিল। তেওঁ হেনো নিজ চকুৰে বিচাৰ চাই আহিছে। বৰপেটা আদালতত মোৰ অনুপস্থিতিতেই বিচাৰ হৈ গ'ল। বিচাৰত গুলীৰ হুকুম। মোৰ বাবে এইখন নতুন আইন তৈয়াৰ কৰিলে। খবৰ পালোঁ ঘৰত কন্দা-কটা আৰম্ভ হৈছে, আৰু আত্মীয় স্বজনৰ ভয়তে



মুখ শেঁতা পৰি গৈছে। সকলোৱে একমুখে কবলৈ ধৰিলে "পলাই যাওক।" চিন্তা কৰিলোঁ, ক'ৰবালৈতো যাব লাগিবই, কিন্তু এনে উৰা বাতৰিবোৰ কোন বন্ধুৱে ৰচনা কৰিলে। মিছাতেই পৰিয়ালটোক ভয় খুৱাই তেওঁলোকে কি লাভবান হব খোজে? মোৰ নিজৰ অৱস্থা যিয়ে নহওক, ঘৰৰ দুৰৱস্থাই চিন্তান্বিত কৰি তুলিলে। ঘনাই মানুহ পঠিয়াই কৈ পঠিয়ালে মই যেন আৰু ঘৰলৈ নাযাওঁ। অতি সোনকালে বৰনগৰ এৰি যাবলৈ কৈছে। কিন্তু মই সিমান বিচলিত হোৱা নাই। আকৌ দুই চাৰিদিন বৰনগৰতেই থাকি পুলিচবোৰৰ ৰেহ-ৰূপ চাবলৈ আৰু পাৰিলে গোপনে এখন মিটিং কৰাৰ উপায় পাঙিলোঁ। এটা কথা উল্লেখ কৰা হোৱা নাই। মই একেখন গাঁৱতেই থকা নাছিলোঁ। কেতিয়াবা মাতুলীঝাৰত, কেতিয়াবা জাকুৱাপাৰাত আৰু কেতিয়াবা সৰুহৰিদত ঘূৰিছিলোঁ। এনেকৈয়ে সময় কটাবলৈ ধৰিলোঁ। পুলিচবোৰেও পুৱা-গধূলি আৰু শেষ ৰাতি মোৰ ঘৰ ঘেৰাও কৰিবলৈ এৰা নাই। মোৰ ঘৈণীহঁতৰ ক্ৰমাৎ ভয় কমি আহিল।

## সৰুহৰিদত গোপন মিটিং

আত্ম-গোপনৰ তৃতীয় দিন দুপৰীয়া মাতুলীঝাৰৰ এজনক জন্মেজয়ৰ ওচৰলৈ পঠাইছিলোঁ। উদ্দেশ্য, সেই ৰাতিয়ে এখন মিটিং আহ্বান কৰা। কেইজনমান ডেকাক আন আন গাঁৱতো খবৰটো জনাবলৈ কোৱা হ'ল। সময় ৰাতি নমান বজাৰ পিছত ঠাই নিৰ্ধাৰিত কৰা হ'ল; মাতুলীঝাৰ গাঁৱৰ কোঁচপাৰাৰ নামঘৰ।

পিছ মুহূৰ্ততে সন্দেহ জন্মিল। যদি কোনো দুষ্টলোকে গম পাই

খবৰটো গোপনে পুলিচক জনায় তেতিয়া বিপদ হব। কিয়নো এটা পঞ্চম-বাহিনীৰ দল আমাৰ বিৰুদ্ধে থকাতো পূৰ্বেই উল্লেখ কৰিছোঁ। কিন্তু সংখ্যাত সিহঁত নিচেই তাকৰ। কিবা কৰিব পাৰিলেও প্ৰকাশ্যভাৱে থিয় হবৰ সাহস সিহঁতৰ নাই। ইয়াকেই ভাবি তেতিয়াই ঠাই পৰিবৰ্তন কৰিলোঁ। বৰনগৰৰ ভিতৰত অতি নিৰ্জন ঠাই সৰুহৰিদ। তালৈ পুলিচ যোৱাৰ সম্ভাৱনা কম আৰু যোৱাৰ সুবিধাও নাই। এটা মাথোঁ বাট। দুয়োকাষে মানুহৰ ঘৰ। গাঁৱৰ দুয়োকাষে বহল দুখন পথাৰ। পানী আৰু বোকাৰে ভৰা। বহা আলিৰ মূৰত দুজন বখীয়া ৰাখিলেই নিৰ্ভয়ে মিটিং কৰাৰ সুবিধা আছে। গাঁওখন প্ৰায় বৰনগৰৰ শেষ প্ৰান্তত ; দক্ষিণ মূৰত অৱস্থিত। ভাবি-চিন্তি সেই গাঁৱৰ শ্ৰীটেঙলুৰাম নাথৰ ঘৰত গৈ উপস্থিত হলোঁ। তেওঁৰ ঘৰৰ সন্মুখতে মিটিং পাতাৰ কথা কোৱাত তেওঁ আগ্ৰহেৰে মিটিঙৰ যোগাৰত লাগি গ'ল। মোক যথেষ্ট আদৰ সম্ভাষণ জনালে। ওচৰৰে গোসাঁই এঘৰত মোৰ খোৱাৰ বন্দোৱস্ত কৰিলে। মই সেই গাঁৱৰ ডেকাবোৰক মতাই আনিলোঁ আৰু মিটিং কৰাৰ কথা তেওঁলোকক চমুকৈ কলোঁ। মাহুলীঝাৰ গাঁৱত ঠাই নিৰ্ধাৰিত কৰাৰ কথাও উল্লেখ কৰিলোঁ। তেওঁলোকক কলোঁ যে তেওঁলোকে ৰাতি বজাত মাহুলীঝাৰ নামঘৰত উপস্থিত থাকি আগন্তুকসকলক ইয়ালৈ পঠিয়াই দিব। ৰহাবৈ যোৱা আলিৰ সৰুহৰিদ আৰু জাকুৰাপাৰা সঙ্গম স্থলত চাৰিজনক পহৰা দিবলৈও কলোঁ। তেওঁলোকে যেন পুলিচৰ মটৰ দূৰৈত দেখিলে অনতিবিলম্বে মিটিঙক জনায় তাকো কলোঁ আৰু মিটিং শেষ নোহোৱালৈ সেই স্থান এৰিব নোৱাৰিব।

সেই সময়ত পুলিচবোৰে গাঁৱৰ ভিতৰ সোমাবলৈ ভয় পাইছিল। কিয়নো গাঁৱত সোমালে খোজ কাঢ়িব লাগে ; মটৰ নিয়াৰ সুবিধা নাই। মৰিলেও সিহঁতে গাঁৱত নোসোমায়। মটৰেৰে ঘাই আলিবোৰত ঘূৰি ফুৰিছিল। ডেকাবোৰে মোৰ কথা মানি ললে। সকলো বন্দোৱস্ত শেষ কৰি শ্ৰীটেঙলুৰামৰ ঘৰতেই নিৰ্দিষ্ট সময়ৰ অপেক্ষাত থাকিলোঁ।

যথাসময়ত দুই চাৰিজনকৈ জনতাৰ সমাগম হব ধৰিলে। ৰাতি নমান বজাত প্ৰায় ৪০০শ মানুহ গোট খালে। শ্ৰীজন্মেজয় আহি বিষণ্ণমনে মাহুলীঝাৰত পতা মিটিং সৰুহৰিদলৈ নিয়াৰ কাৰণ সুধিলে। মই অৱস্থাটো বুজাই কলোঁ যে তাত মিটিং কৰিলে বিপদৰ সম্ভাৱনা আছে। বিশেষতঃ চকুচকাৰে ৰহালৈ যোৱা ঘাই আলিটোৰ ওচৰতেই নামঘৰটো অৱস্থিত। তৎক্ষণাৎ মটৰেৰে পুলিচ আহি আগুৰি ধৰাৰ সুবিধা আছে, কিন্তু ইয়াত সেই ভয় সমূলি নাই। মটৰ লৈ আহিলেও আধা মাইল দূৰত আলিতেই মটৰ থৈ আহিব লাগিব। গতিকে সকলো অৱস্থাতে সাৱধানে কাম কৰাটোৱেই শ্ৰেয়ঃ। সকলোৱে মোৰ কথা যুক্তি-যুক্ত বুলি মানি ললে।

মিছাতে সময় অতিবাহিত নকৰি মিটিং আৰম্ভ কৰা হ'ল। সমবেত ৰাইজক বৰনগৰৰ আগন্তুক বিপদৰ কথা সোঁৱৰাই দি সাৱধানতা অৱলম্বন কৰিবলৈ টানি কোৱা হ'ল। এই বিপ্লৱত কিছুমান ডেকাক যে গ্ৰেপ্তাৰ কৰিব, তাকো বুজাই কোৱা হ'ল। গ্ৰেপ্তাৰ নোহোৱাকৈ থকা ডেকাবোৰে যেন হোৱা বোৰৰ পৰিয়ালক যথাসাধ্য সহায় কৰে আৰু চৰকাৰে যাতে এজন সাক্ষীও বৰনগৰৰ পৰা বিচাৰি নাপায়, তাৰ ব্যৱস্থা হাতত লবলৈ অনুৰোধ কৰা হ'ল। তেতিয়া তেনে সন্ধিক্ষণত মই যে বৰনগৰৰপৰা আঁতৰি যোৱা উচিত, তাকো উল্লেখ কৰিছোঁ। মোক হাঁহি মুখে বিদায় দিবলৈ তেওঁলোকক অনুৰোধ কৰিলোঁ, আৰু শক্তি সামৰ্থ্য হলে এটা চোৰাং বাহিনী গঠন কৰি ইংৰাজৰ যুদ্ধ প্ৰচেষ্টাত পাৰ্যমানে বাধা দিবলৈও দঢ়াই কলোঁ।

কেইজনমান ডেকাই মোক প্ৰশ্ন কৰিলে, "আপুনি ইয়াৰপৰা

ক'লৈ যাব ? দৰকাৰ হলে আপোনাক ক'ত বিচাৰি পাম ?" ... মই হাঁহি উত্তৰ দিলোঁ : মোৰ গন্তব্য ঠাইৰ একো 'প্ৰগ্ৰেম' নাই। বলিয়া মানুহৰ দৰে যেনিয়ে মন যায়, তেনিয়ে যাব পাৰোঁ। ঈশ্বৰে মোৰ পথ নিৰ্ণয় কৰিব। মোৰ শক্তি নাই। মোৰ ঘৰখনৰ প্ৰতি যেন ৰাইজৰ সহানুভূতি থাকে। ইয়াকে কৈ মিটিং শেষ কৰিলোঁ। তেতিয়া ৰাতি প্ৰায় এঘাৰ বাজিছে। ৰাইজে মনে মনে ঘৰলৈ গ'ল।

শ্ৰীটেঙলুৰামে মোৰ বাবে খোৱাৰ যোগাৰ কৰিছিল শ্ৰীকানিয়া গোসাঁইৰ ঘৰত। মিটিং শেষ হোৱাত খোৱা শেষ কৰি আকৌ টেঙলুৰ ঘৰলৈ গ'লোঁ। আহিয়েই দেখোঁ যে মোৰ ঘৰৰ ওচৰৰেই শ্ৰীঅমৃত দাস, মোৰ প্ৰথম ঘৈণীৰ ডাঙৰ দদায়েক শ্ৰীগিৰিশ শৰ্মা আৰু ভায়েক শ্ৰীচন্দ্ৰ শৰ্মা আহি উপস্থিত হৈছে। অমৃতৰ হাতত চুটকেছ বিছনা আৰু চন্দ্ৰৰ হাতত টকা তিনিশ ঘৈণীয়ে পঠাই দিছে, আৰু জোৰ দি কৈ পঠিয়াইছে যে মই আজি ৰাতিয়েই বৰনগৰ এৰি যাব লাগে। অমৃত দাস মোৰ অতি বিশ্বাসী আৰু অনুগত। সিও দঢ়াই কবলৈ ধৰিলে "বাইদেউহঁতৰ বাবে আপুনি ভাবিব নালাগে। তেওঁলোকৰ যি বিলাই হয় হওক। মাথোন আপুনি গুচি যাওক। আপোনাক গুলীয়াই মাৰিবলৈ মানুহ নিযুক্ত হৈছে।"

ভাবিলোঁ, এওঁলোকেও উবাবাতৰি এটা লৈ আহিছে। মই নীৰৱে তেওঁলোকৰ কথাবোৰ শুনি গলোঁ। একো উত্তৰ দিবলৈ ইচ্ছা নকৰিলোঁ। তেওঁলোকে বস্তুবোৰ গতাই দি দূৰলৈ গুচি গ'ল।

তেওঁলোক যোৱাৰ পিছত মোৰ মনৰ অৱস্থা যে কি হৈছিল তাক আনে উপলব্ধি কৰিব নোৱাৰিব। মোৰ দৰে ভুক্তভোগী যদি কোনোবা থাকে তেৱেঁহে অনুভৱ কৰিবলৈ সক্ষম হব।

চুট্‌কেছটো মেলি বিছনা চাদৰ, এৰী চাদৰ, গামোচা, ধুতি, চাৰ্ট আদি পালোঁ। তাৰ ভিতৰত সৰু আঠুৱা এখন, সতৰঞ্চি এখন আৰু সৰু বালিচ এটা। কিন্তু মোৰ অতি দৰকাৰী ছোৱান পেন আৰু হাত ঘৰীটো দিবলৈ পাহৰিলে। মনে মনে চিন্তা কৰিলোঁ, এতিয়া আৰু তাক অনাৰ সাধ্য নাই।

এইবোৰ দেখি শ্ৰীটেঙলুৰামৰ মনত বৰ দুখ লাগিছিল। তেওঁ বাৰে বাৰে ভগৱানৰ নাম লবলৈ ধৰিলে আৰু অতি দুখমনে কৈছিল "ওস্তাদ ! আপুনি চিন্তা নকৰিব। ৰাইজৰ আশীৰ্বাদ আৰু বিপদ কৰণ্ হৰি আপোনাৰ সহায় হব। এতিয়া পলম নকৰি যাবলৈ সাজু হওক।"

তেওঁ তেতিয়াই গাঁৱৰ ডেকাবোৰক খবৰ কৰিলে। দহমিনিট-মানৰ ভিতৰতে শ্ৰীইন্দুৰ, বিশ্বনাথ, মাউৰা নাথকে আদি কৰি ত্ৰিশজমান ডেকাই হাতত জোং, যাঠি, বৰ্শা, খাপৰ আদি লৈ তেওঁৰ ঘৰত সমবেত হ'ল। তেতিয়া প্ৰশ্ন উঠিল, কোন বাটেৰে যোৱা হব ? ঘাই আলিৰেতো যোৱাৰ উপায় নাই। প্ৰতি আলিৰ সংগমস্থলত, বেঁকী-ঘাট, বেকীৰ ৰেলৰ দলং, মৰা (?) মানাহৰ ৰেলৰ দলং আদি সকলো ঠাইতেই গুৰ্খা চিপাহীয়ে পহৰা দি আছে। কোনো পিনেৰে পলাবৰ সন্ধি নাই। তেতিয়া নদীবোৰ আফল-ধৰা। নাৱৰে পাৰ হবলৈ সাহস নহয়। বহু আলোচনাৰ পিছত স্থিৰ কৰা হ'ল যে তেঁতেলিগুৰিৰ শালি পথাৰৰ মাজেৰে গৈ ৰহাগাঁও ওলাব লাগিব। তাত নদীয়ালবিলাকৰ নাও থাকে। সেই নাৱেৰে পাৰ হবলৈ চেষ্টা কৰিব লাগিব। নহলে নদীৰ পাৰে পাৰে প্ৰায় পাঁচ মাইল গৈ কোকিলাৰ হাট-খোলা ওলাব লাগিব। তাত পাৰ হবৰ নিশ্চয় সুবিধা পোৱা যাব। প্ৰথমে ৰহালৈ গৈ শ্ৰীবিশ্বৰাম দাসক লগতে নিব লাগিব। কিয়নো সেইবোৰ ঠাইত তেওঁ সদায় অহা যোৱা কৰে। সকলো বাট-পথ তেওঁৰ পৰিচিত। ইয়াকে সিদ্ধান্ত কৰি ভগৱানৰ নাম লৈ যাবলৈ সাজু হলোঁ। তেতিয়া ৰাতি প্ৰায় এক বাজিছে।

শ্ৰীটেঙলুবামক সম্ভাষণ জনাই বিদায় মাগিলোঁ, তেওঁ উচুপিলে। মোৰো অৱস্থা তদ্ৰূপ। ডেকাসকলে মোক তেওঁলোকৰ মাজত সুমাই লৈ "বন্দে মাতৰম্" ধ্বনি কৰি যাত্ৰা কৰিলে। গাঁৱৰ বাহিৰ ওলাই তেঁতেলিগুৰিৰ পথাৰ পালোঁ। পথাৰৰ অৱস্থা দেখি ভাবিলোঁ, যিমান সহজে যাব খুজিছিলোঁ সিমান সহজ নহয়। বোৱা তলিৰ মাজে মাজে খোজ কাঢ়ি মই ভাগৰি পৰিলোঁ। বোকাৰ মাজত আঁঠুলৈ ভৰি সোমাই মোৰ দেহটো অচল কৰি তুলিলে। মাজে সময়ে মই থিয় হৈ জিৰণি লবলৈ বাধ্য হলোঁ। ইয়াৰ উপৰিও জোকৰ উপদ্ৰৱ। ডেকাবিলাকে কিন্তু সেইবোৰলৈ ভ্ৰূক্ষেপ নকৰি একধৰণে যাবলৈ ধৰিলে। মই বহুত পাছ পৰিলোঁ, তেওঁলোক থিয় দি মোলৈ অপেক্ষা কৰিব লগা হ'ল। এনেকৈ আধামাইল মান যোৱাৰ পিছত এক ফাৰ্লং দ' পথাৰ পাৰ হব লগা হ'ল। পানী উৰু পালে। তেতিয়াহে মোৰ পিনে আধ্যা পৰিল। মই বিশ্বক সুধিলোঁ, আৰু কিমান দূৰ যাব লাগিব। তেওঁ কলে যে আৰু অলপ গলেই দ' পানী এৰিব পাৰিম। এনেকৈ ভীষণ কষ্টৰ মাজেৰে প্ৰায় এমাইল খোজ কাঢ়ি ৰহাৰ ভিতৰ সোমালোঁগৈ। গাঁওখন নিস্তব্ধ। মানুহৰ সাৰ-সহাৰি নাই। গাঁৱৰ মাজৰ আলিটোতেই সকলোৱে অলপ জিৰণি ললোঁ। শৰীৰটো অলপ সুস্থ কৰি লৈ পুনৰ শ্ৰীবিশ্বনাথ দাসৰ ঘৰলৈ খোজ ললোঁ। তেওঁৰ ঘৰখনো নিস্তব্ধ। এজনক শ্ৰীবিশ্বক মাতিবলৈ ভিতৰলৈ পঠাই দি আমি আটায়ে বাহিৰ চোতালত অপেক্ষা কৰিলোঁ তেওঁ গৈ দুই চাৰিবাৰ মাতোঁতেই শ্ৰীবিশ্বই সাৰ পাই বাহিৰলৈ ওলাই আহিল। তেনে অৱস্থাত মোক দেখি তেওঁ আচৰিত হ'ল। কি কথা-বাৰ্তা একো বুজিব নোৱাৰি স্বৰগ পৰা মানুহৰ দৰে থৰ লাগি চাই থাকিল—আমাক অভ্যৰ্থনা কৰিবলৈকো পাহৰি গ'ল। বহুপৰ টলকা মাৰি থকাৰ পিছত প্ৰশ্ন কৰিলে, আমি ইমান ৰাতি কিয় গৈছোঁ। মই কলোঁ, "আগতে বিশ্ৰামৰ সুবিধা



দিয়া।" তেতিয়াহে তেওঁৰ চেতনা আহিল। আমাক ভিতৰলৈ লৈ গ'ল আৰু এটা ঘৰত বহিবৰ সুবিধা কৰি দি বটা এখনত তামোল-পাণৰ যোগাৰ দিলে। মই লাহে লাহে উদ্দেশ্যটো তেওঁক বুজাই কলোঁ—মোৰ বৰনগৰত এৰাতিও থকা উচিত নহব। ক'ৰবালৈ যাবই লাগিব। তেওঁকো মোৰ সহগামী হবলৈ অনুৰোধ কৰিলোঁ, অন্ততঃ মানাহ নদীৰ পাৰ পৰ্যন্ত। তেওঁ ভাবিচিন্তি স্থিৰ কৰি যাবলৈ স্বীকৃত হ'ল।

বিশ্বক লগত লৈ ধৰ্মপুৰৰ পিনে ৰাওনা হলোঁ। প্ৰায় দুবছৰ মই ধৰ্মপুৰৰ পিনে যোৱা নাছিলোঁ। আজি দেখিলোঁ যে গাঁওখনৰ প্ৰায় তিনি চতুৰ্থাংশ নদীয়ে গ্ৰাস কৰিছে। তামোল-পাণৰ বাৰী, আম-কঠালৰ গছ, বাহৰ চুপা নদীৰ মাজত, প্ৰৱল-সোঁতৰ কোবত থৰথৰকৈ কঁপিব ধৰিছে। সোঁতৰ চাকনৈয়াত পৰি ভীষণ শব্দ হবলৈ ধৰিছে। নদীলৈ চালেই ভয় লাগে। নদীৰ সিপাৰলৈ চালোঁ, জোনৰ পোহৰ বেছ দেখা পোৱা যায়। অপাৰ সমুদ্ৰৰ দৰে কেৱল পানী। আবাদি গাঁওখন সেই পানীৰ মাজত এটা কলাদৈত্য যেন থিয় হৈ আছে। মনে মনে ভাবিলোঁ এই অপাৰ পানীৰ মাজেৰে ক'লৈ যাওঁ। ভৰসা মাথোঁ বিশ্বনাথ। খৰালি কালত বিশ্বই এইবোৰ ঠাইত সদায় যাতায়াত কৰে। বাট-পথ তেওঁৰ অজ্ঞাত নহয়। কাজে তেওঁকেই সৰ্ব-ভৰসা কৰি, এই অপাৰ পানীৰ মাজতো আগ বাঢ়িবলৈ সাজু হলোঁ। নদীয়ালপাৰৰ ঘাট পায়েই আটায়ে নাৱৰ অনুসন্ধানত ব্যস্ত হলোঁ; কিন্তু এখন নাৱো চকুত নপৰিল, তেওঁলোকে নাওবোৰ ক'ত ৰাখে আমাৰ ভিতৰৰ কোনোৱে নাজানে। মই বিশ্বক সুধিলোঁ, এতিয়া পাৰ হোৱাৰ উপায় কি? ইমান কষ্টৰ মাজেৰে আহি আকৌ বোকা পানীৰে পাঁচ-ছয় মাইল খোজ কাঢ়িবৰ শক্তি নাইকিয়া হৈছে। কেইজনমান ডেকাই নদীৰপৰা প্ৰায় দুশ গজ আঁতৰত এখন নাওঁ যেন দেখিবলৈ পাই ওচৰ চাপিল। দেখে

সঁচা ; এখন সৰু নাও। নতুনকৈ মেৰামত কৰি গোটেই নাওখনতেই আলকতৰা লগাই উবুৰিয়াই থৈছে। তৎক্ষণাৎ নাও পোৱা খবৰ জনালে। কিন্তু কান্ধেৰে কঢ়িয়াই আনিব লাগিব।

ডেকাবোৰে কথাষাৰ শুনিয়েই নাও আনিবলৈ লৰি গ'ল। অতি কষ্টেৰে তেওঁলোকে নাওখন বাই আনিলে। নাওখন ভাল। এতিয়া দৰকাৰ হ'ল বঠাৰ। বিশ্বই ওচৰৰে এঘৰ মানুহৰ তালৈ গৈ আতা আতা বুলি মাতিবলৈ ধৰিলে। মানুহজনে বাহিৰলৈ ওলাই আহি তেওঁৰ লগত কথা পাতিলে। অলপ পিছতে বঠা এখন লৈ মানুহজন আমাৰ ওচৰ চাপিল আৰু কবলৈ ধৰিলে ; "ঠাকুৰ, আহক ! আৰু পলম নকাৰিব !!" মই নাৱত উঠিলোঁ। বিশ্বও মোৰ লগত বহিল। ডেকাবোৰক সম্ভাষণ জনাই বিদায় মাগিলোঁ। মানুহজনে নাও মেলি দিলে। তীব্ৰ বেগে নাও গৈ নৈৰ মাজ পালে। নৈৰ প্ৰকোপ দেখি তিনিওৰে বুকু কঁপি উঠিল। কিন্তু মানুহজন ইমান পাকৈত যে সকলো বাধা অতিক্ৰম কৰি নাও সিপাৰৰ বালিচৰ এটাত লগাই দিলে। চৰটো পানীত ডুব যোৱা। বিশ্বই মোক কলে ; "নামি আহক !" মই আচৰিত ভাবে সুধিলোঁ যে ইমান পানীৰ মাজত নামিব লাগিব নেকি ! তেওঁ হাঁহি মাৰি কলে ; "হয়, সিপিনে আৰু নাও নিবৰ সুবিধা নাই।" উপায়বিহীন হৈ নামি পৰিলোঁ। তেওঁ মোৰ বিছনাখন ললে, মই চুটকেছ আৰু ছাতিটো লৈ যাবলৈ সাজু হলোঁ।

বালিচৰত পানী কম হলেও আঠুলৈ ভৰি সোমাই যায়। এনে ৰাতি। তাতে আকৌ পানীৰে চলচলীয়া হৈ পৰিছে। বাট-পথ চিনিবৰ উপায় নাই। শ্ৰীবিশ্বয়ো বাট উলিয়াব নোৱাৰিলে। আবাদি গাঁওখনকেই লক্ষ্য কৰি খোজ ললোঁ। প্ৰায় এক ফাৰ্লং গৈয়ে দ'পানীত পৰিলোঁ। মোৰ কঁকাল পৰ্যন্ত পানী উঠিল। তলতো বন আৰু কাঁইটে ভৰা। যিমান দূৰলৈ চকু যায়, চালোঁ। ক'তো



অলপো জিৰণিৰ ঠাই নাই ; চাৰিওপিনে পানী। নদীৰ পাৰৰপৰা আবাদি গাঁৱলৈ এমাইলমান হব। নদীৰ উৎপাতত গাঁৱৰ মানুহবোৰে ঘৰ এৰি আন ঠাইলৈ গৈছে। মাথোন দুই-চাৰিঘৰ মানুহ ভৱিষ্যতৰ আশা এটি বুকুত বান্ধি ক'লৈকো যোৱা নাই। পথাৰবোৰ নদীয়ে বালি পেলাই খেতিৰ অনুপযোগী কৰি পেলাইছে।

অপাৰ কষ্টৰ মাজেদি আগ বাঢ়িলোঁ। পানী ক'ৰবাত কঁকাল পৰ্যন্ত হয় আৰু কাচিৎহে আঠুলৈ হয়। পানী বৰ চেঁচা, তাতে আকৌ জিৰ্ জিৰকৈ বতাহো বলিছে। আকাশত মেঘো ওলাব ধৰিছে। গাৰ কাপোৰো তিতা। মই জাৰত কঁপিবলৈ ধৰিলোঁ। তথাপি ভ্ৰূক্ষেপ নাই। আমাৰ জয়যাত্ৰা চলি আছে। মেঘ ওলোৱাৰ লগে লগে জোনৰ পোহৰো কমি আহিল। হঠাৎ আমি এখন কাঁইটিয়া বেৰৰ ওপৰত পৰি গলোঁ। বোধ হয় খৰালিতে গৃহস্থই খেতি ৰক্ষাৰ অৰ্থে কাঁইটিয়া বাঁহেৰে ঠাইখিনি বেঢ়ি লৈছিল, হঠাতে পানী উঠাত বেৰখন নিবলৈ সুবিধা নাপালে। কোনোমতে আহ-উহকৈ বেৰখন পাৰ হলোঁ। দুই তিনি ঠাইত কাঁইটে বিন্ধিলে, তথাপি আওকাণ কৰি আগবাঢ়িছোঁ। কিন্তু অৱস্থা ক্ৰমাৎ শোচনীয় হৈ আহিছে। বিশ্বক কলোঁ ; মই আৰু নোৱাৰোঁ। তেওঁ কলে, বেছি দূৰ নাই। অলপ গলেই স্কুল ঘৰটো পোৱা যাব। স্কুল ঘৰৰ কথা শুনি এবাৰ চাৰিওপিনে চালোঁ। প্ৰায় আধা ফাৰ্লং আঁতৰত গাঁৱৰ পশ্চিম মূৰত অৱস্থিত স্কুল ঘৰটো চকুত পৰিল। মনত অলপ আশাৰ সঞ্চাৰ হ'ল যে তাতে অকণ জিৰণি লব পৰা যাব। ইয়াকে ভাবি স্কুল ঘৰলৈ গৈ আছোঁ ; কিন্তু যি আশা লৈ গৈছিলোঁ, স্কুল ঘৰ পাই হতাশ হৈ পৰিলোঁ। ঘৰৰ ভিতৰত আঠুৱনী পানী, মাথোঁ খালী ঘৰটো অতীতৰ সাক্ষী স্বৰূপেহে যেন থিয় হৈ আছে। শিক্ষাৰ সঁজুলি তাত একো নাই। অৱস্থালৈ চাই গাঁৱত সোমাই কাৰোবাৰ ঘৰত আশ্ৰয় লোৱাটোকে সিদ্ধান্ত কৰিলোঁ। তাত আৰু অলপো সময়

নষ্ট নকৰি তেতিয়াই গাঁৱলৈ বুলি খোজ ললোঁ। গাঁৱৰ মাজৰ বাটটোও এটা সৰু নদীত পৰিণত হৈছে। মানাহ নদীটোৰ পাৰ বাগৰি গাঁৱৰ মাজেদি প্ৰবল সোঁত বৈছে। ফলত বাটটো ছিঙা-ছিঙি হৈছে। সোঁতৰ কোবত মানুহ থিয় হৈ থকাটো টান। অলপ অসাৱধান হলেই বাগৰি যোৱাৰ সম্ভাৱনা। ঘৰৰ ভেটিবোৰ পানীৰ মাজত একোটা ঢাপ যেন হৈ পৰিছে।

মই জাৰত কঁপিবলৈ ধৰিছোঁ। বিশ্বক কলোঁ যে ক'ৰবাত জিৰণি লৈ কাপোৰখিনি চেপি নললে ঠাণ্ডাত মৰি যাম। মোৰ কথা শুনি তেওঁ তেওঁৰ আত্মীয় এঘৰৰ ঘৰত সোমাওঁ বুলি কলে আৰু উভয়ে গৈ একেবাৰে তেওঁলোকৰ চোতালত উঠিলোঁ। বিশ্বই গৃহস্থক মাত লগালে; "আতা! অ' আতা!!" ঘৰৰ ভিতৰৰপৰাই বুঢ়া এজনৰ মাত শুনা গ'ল, "কোন অ'? বিশ্ব নেকি?" তেওঁ "হয় আতা" বুলি কলে। বুঢ়াই ধৰফৰকৈ উঠি আহি আমাক দেখি বিচুৰ্তি খালে। তেওঁ "এই ৰাতি ক'ৰপৰা আহিলি, ক'লৈ যাবি, লগৰজন কোন" আদি প্ৰশ্ন কৰিবলৈ ধৰিলে। বিশ্বই লাহেকৈ কলে; "কম বাক আমাক অলপ সুস্থ হবলৈ দিয়া।" বুঢ়াই দুখন পীৰা আনি আমাক বহিবলৈ অনুৰোধ কৰিলে। মই তেতিয়া বিনয়ভাৱে বুঢ়াক অলপ জুইৰ যোগান ধৰিবলৈ অনুৰোধ জনালোঁ। তেওঁক কলোঁ, নদীৰ চেঁচা পানীত তিতি বুৰি বৰ জাৰ লাগিছে। বিশেষকৈ জুইৰ কাষত গাৰ কাপোৰবোৰ আধা শুকান কৰি লবৰ মন। বুঢ়াই পশ্চিমৰ ঘৰটোত কাঠ বাঁহেৰে একুৰা জুই ধৰিলে। জুইৰ কাষত বহি উম লবলৈ ধৰিলোঁ। জুইখিনি সময়োপযোগী হৈছিল। উত্তাপত কাপোৰ-খিনি প্ৰায় আধা শুকান হ'ল। এনেয়ে শাৰীৰিক পৰিশ্ৰমত দেহ অৱশ হৈ পৰিছিল। জুইৰ তাপ পাই অলপ স্বস্তি অনুভৱ কৰিলোঁ। লগে লগে চকুত টোপনি অহাৰ উপক্ৰম হ'ল। এতিয়াই আকৌ যাব লাগিব বুলি মনক সংযত কৰি টোপনিক প্ৰশ্ৰয় নিদিলোঁ।



বুঢ়াই আমাক দুবাটি চাহ দিলে। ঘৰত আন মানুহৰ সঁহাৰি নাপাই বুঢ়াক প্ৰশ্ন কৰিলোঁ, "ঘৰত আৰু মানুহ নাই নেকি?" "সকলোটি ইয়াৰপৰা গুচি গৈছে। মই ঘৰকেইটা আৰু গৰুকেইটা ৰখি আছোঁ" বুলি কলে। বুঢ়াৰ অনুপস্থিতিত মই বিশ্বক মোৰ পৰিচয় দিবলৈ নিষেধ কৰিছিলোঁ। বুঢ়াই পুনৰ সুধিলে; "এই ৰাতি কিয় আহিলি? এওঁ কোন? বিশ্বই মই কোৱামতে কলে, "এওঁ বেপাৰী মানুহ। গোৱালপাৰালৈ যাব। মই অভয়াপুৰীলৈ যাম। এওঁৰ লগ পাই ৰাতিতে আহিলোঁ।" বুঢ়াই কথাখিনি বিশ্বাস কৰিলে।

সকলোটিয়ে চাহ খাবলৈ আৰম্ভ কৰিছোঁ মাথোন; বুঢ়াই লাহেকৈ আচল কথা উলিয়ালে।...."তোমালোকেতো ভয়ানক কাম কৰিলা। কিন্তু পিছৰ উপায় কি স্থিৰ কৰিছা? সেই ওস্তাদ ঠাকুৰটো হেনো ভোটানলৈ গ'ল। তাৰপৰা পৰ্বত বগাই জাপানলৈ যাব।"....ইমান দুখৰ মাজতো মই হাঁহি পেলালোঁ। বিশ্বয়ো হাঁহিলে। মই বুঢ়াক সুধিলোঁ, আপুনি ইমান খবৰ কেনেকৈ জানিলে। বুঢ়াই যেন গৰ্ব অনুভৱ কৰিয়েই কবলৈ ধৰিলে।—"আজি আবেলি কমাৰগাঁওৰ মানুহ আহিছিল। তেওঁলোকৰ মুখে শুনিছোঁ। তেওঁলোকে হেনো ঠাকুৰক পাহাৰৰ কোলালৈ আগবঢ়াই থৈ আহিছে আৰু ঠাকুৰৰ মুখে তেওঁলোকে শুনিছে যে তেওঁ হেনো জাপানলৈ যাব।"....আমি দুয়ো আকৌ হাঁহিলো। চাহটুপি খাই উঠাৰ লগে লগে ৰাতি পোহৰ হোৱাৰ চিন দেখা গ'ল। মই বিশ্বক আঙুলিয়াই কলোঁ; পোহৰ হ'ল। আমি পলম নকৰি যাবলৈ প্ৰস্তুত হলোঁ। কিন্তু বতৰৰ অৱস্থা বৰ বেয়া। কৃষ্ণক'লা মেঘে আকাশ ছানি পেলাইছে। ধাৰাসাৰে বৰষুণ হোৱাৰ সম্ভাৱনা।

বুঢ়াৰপৰা বিদায় লৈ আবাদি গাঁৱৰ উত্তৰে অৱস্থিত প্ৰাচীন গোহাঁইকমল আলিলৈ ৰাওনা হলোঁ। আলিটো পাই দেখোঁ যে অৱস্থা ভাল নহয়। গোটেই আলিটো পানীত ডুব গৈ আছে।

ক'ৰবাতহে আধা ফাৰ্লং, পোৱা ফাৰ্লং নুডুবাকৈ আছে। সেই আলিৰেই যাবলৈ আৰম্ভ কৰিলোঁ। এমাইলমান যোৱাতে বতাহ-বৰষুণে হো-হোৱাব ধৰিলে। ছাতিৰে বতাহৰ বেগ বাধা দিব নোৱাৰি। আকাশত বিজুলীৰ ঢেৰেকনি। আকাশ ভাগি আমাৰ মূৰৰ ওপৰত পৰা যেন লাগে। বিশ্বক কলোঁ, ক'ৰবাত চৰক্ পৰিছে নিশ্চয়। তেওঁ একো বিচিত্ৰ নহয় বুলিয়েই মনে মনে থাকিল। অনুমান কৰিলোঁ, তেওঁ মেঘ গৰ্জনত ভয় পাইছে।

মই মোৰ চুটকেচটো লৈ সেই দুৰ্যোগৰ মাজতো আগুৱাই আছোঁ। মোৰ অকণমান বিছনাখন বুকুত লৈ লগত বিশ্ব। শূন্য-পথৰ যাত্ৰীৰ দৰে আমি যিমানেই আগবাঢ়িছোঁ, বতাহৰ বেগো ক্ৰমাৎ বেছি হৈছে। এনে দুৰ্যোগৰ মাজেৰে গৈ ঘাই মানাহ পাওঁ পাওঁ হৈছোঁ। বতাহ বৰষুণ এবাৰ কোনো লক্ষণেই নেদেখোঁ। জুইত সেকি অনা কাপোৰখিনি পুনৰ তিতি-বুৰি অব্যৱহাৰ্য হৈ পৰিল। কিছুদূৰ গৈ সমুখত এটা স্কুল ঘৰ পালোঁ। দুয়ো ক্ষন্তেক বিশ্ৰাম লবলৈ তাত সোমালোঁ। কিন্তু ঘৰটোৰ চেহেৰা দেখি ভয়তে ওলাই আহিলোঁ। বতাহৰ কোবত ঘৰটো নাচি আছে। কেতিয়া বাগৰি পৰে তাৰ ঠিক নাই। বিশ্বই কলে,—ইয়াতে আইৰ সখীয়েক এগৰাকী আছে তালৈ যাওঁ বলক! বিশ্বৰ কথামতে ওচৰৰ গাঁওখনতেই থকা তেওঁৰ মাকৰ সখীয়েক গৰাকীৰ ঘৰলৈ বুলি খোজ ললোঁ। প্ৰায় দুই ফাৰ্লং গৈয়ে তেওঁলোকৰ ঘৰ পালোঁ। বতাহ বৰষুণৰ কাৰণেই কিজানি তেতিয়াও তেওঁলোকৰ কোনোৱে উঠা নাই। কাৰো মাত বোল নাই।...ঘৰবোৰৰ পাৰিপাট্য দেখি মানুহ ঘৰ যে চহকী, তাৰ এটা ধাৰণা হ'ল। গোহালি ভৰা গৰু, ডাঙৰ ধানৰ ভঁৰাল। ঘৰবোৰ খেৰৰ যদিও সুন্দৰ। আমি অলপমান টলকা মাৰি থকাৰ পিছতেই ঘৰৰ বুঢ়াজন ওলাই আহিল। বিশ্বক দেখি সেই আবাদিৰ বুঢ়াজনৰ দৰেই প্ৰশ্নৰ জাউৰি তুলিলে। মই নীৰৱে থাকিলোঁ। বিশ্বই বুঢ়াক



কিবা কিবি কৈ সন্তুষ্ট কৰিলে। তেও আমাক চ'ৰা ঘৰতে বহিবলৈ অনুৰোধ কৰিলে। তেওঁৰ কথামতে চ'ৰা ঘৰত সোমালোঁ। ঘৰটো চাফ-চিকুন। বহিবলৈ চকী, ডাঙৰ ডাঙৰ পীৰা, বেঞ্চি আদি যথেষ্ট আছে। মই লাহেকৈ বিশ্বক অলপ জুইৰ যোগাৰ কৰিবলৈ কলোঁ। জাৰো কমাওঁ, কাপোৰখিনিও শুকাই লওঁ। তেতিয়া বতাহ বৰষুণ কমিছে। বিশ্বই নিজে জুইৰ বন্দোবস্ত কৰিলে। গাৰ কাপোৰ-বোৰ চেপি লৈ জুইৰ তাপত শুকাই লবৰ দিহা কৰিলোঁ।

ঘৰৰ আটাইবোৰ মানুহ উঠিল। বুঢ়াই গাই এজনী খীৰাই চাহৰ যোগাৰ কৰিবলৈ ধৰিলে। ইপিনে মোৰ অৱস্থা তেনেই দুৰ্বল। ওৰে ৰাতি কঠোৰ পৰিশ্ৰম কৰি আহিছোঁ। কিবা অলপ খাব পালেই যেন ৰক্ষা পৰোঁ। জাৰৰ প্ৰকোপত জুইৰ তাপ যে কেনে মধুৰ তাক আনে নুবুজিলেও বুঢ়াসকলে বেছ বুজে।

ক্ষুধাতুৰ আৰু জাৰত অৱশ শৰীৰটো জুইৰ উম পাই মাটিতে ঢলি পৰা যেন পাওঁ। ভগৱানে যেন সংসাৰৰ টোপনিৰ ভঁৰালটো মোৰ ওপৰতেই জাপি দিছে। ভদ্ৰতালৈ আৰু অলপো ভ্ৰূক্ষেপ নকৰি, বহি থকা ডাঙৰ পীৰাখনতেই ধানৰ টোপাৰ দৰে হাত ভৰি কোঁচাই শুই পৰিলোঁ। তৎক্ষণাৎ টোপনিতে লালকাল দিলোঁ। বিশ্বই কেবাবাৰো মাতি একো মাত বোল নাপাই ঠেলা মাৰি তুলি দিলে। "চাহ হৈছে উঠক, চাহ খাওক"—বিশ্বৰ মুখত চাহৰ কথা শুনি ধৰ-ফৰকৈ উঠি বহিলোঁ। সম্মুখতে বুঢ়া আৰু দুজনমান মানুহ দেখিলোঁ। তেওঁলোকে মোলৈ চাই হাঁহিবলৈ ধৰিছে। মই লাজতে তেওঁলোকৰ পিনে নোচোৱাকৈয়ে হাত মুখ ধুই ললোঁ।

বুঢ়াই এসেৰমান ধৰা ডাঙৰ বাচন এটাত চাহ আৰু চিৰা এবাচন দিলে। চামুচখনেৰে চাহ আৰু চিৰাখিনি বৰ তৃপ্তিৰে খালোঁ। খোৱাৰ পিছত গাত অলপ বল পালোঁ। তামোল এখন খাই আকৌ যাবলৈ ওলালোঁ। বুঢ়াৰ ওচৰত কৃতজ্ঞতা জ্ঞাপন কৰি

তেওঁৰপৰা বিদায় ললোঁ। আৰু আমি আমাৰ যাত্ৰাপথত আগবাঢ়িলোঁ। কিন্তু ভগৱানৰ কি অভিশাপ লৈ যাত্ৰা কৰিছোঁ কব নোৱাৰিলোঁ। প্ৰায় এক ফাৰ্লং যাওঁতেই আকৌ বতাহ বৰষুণ হব ধৰিলে। মই প্ৰাকৃতিক দুৰ্যোগ নহয় বুলি বিশ্বক কলোঁ, ই মোৰেই দুৰ্ভাগ্যৰ আগ জাননী।

এনেকৈ নানা বিপৰ্যয়ৰ মাজেদি, দুখক কাতি কৰি থৈ, কোনোমতে গৈ মানাহ নৈৰ পাৰ পালোঁ। নদীৰ অৱস্থা দেখি আমাৰ বুকু কঁপি উঠিল। পাৰঘাট থকা ঠাইখিনি তিনিটা নদীৰ সঙ্গমস্থান। মানহ, হুলালী আৰু আই নদী। বহলে প্ৰায় এমাইলৰ কম নহব। সোঁতৰ কোবত অসংখ্য গছ-গছনি উটি যাব লাগিছে। ঢৌৰ আফলনিবোৰ ভীষণ ভীষণ। কোনো ঘাটোৱালে নাও মেলিবলৈ সাহস নকৰে। মানুহ পাৰ কৰা নাওখন প্ৰকাণ্ড নাও, প্ৰায় ৮০জন মানুহক অনায়াসে পাৰ কৰিব পাৰি। দিনত মাথোন দুবাৰহে পাৰ কৰা বুলি শুনিলোঁ। পুৱা আৰু আবেলি তিনি বজাত। বাৰিষাৰ বাবে এই নিয়ম কৰিছে।....পাৰঘাট পাই ঘাটোৱাল ক'ত থাকে অনুসন্ধান কৰিলোঁ। পাৰত চালোঁ। তাত কোনো ঘৰ নেদেখিলোঁ। নদীৰ বুকুত এখন প্ৰকাণ্ড মাৰ নাও থিয় হৈ থকা দেখিলোঁ। সেইখন ত্ৰিপালেৰে বেঢ়া। এটা সৰু ঘৰ যেন দেখা গৈছে। আমাৰ বুজিবলৈ বাকী নাথাকিল ঘাটোৱাল নিশ্চয় তাতেই থাকে।

সেই মাৰ নাওখন পাৰৰপৰা প্ৰায় ৩০ গজ মান আঁতৰত। তালৈ কেনেকৈ যাওঁ উপায় চিন্তিবলৈ ধৰিলোঁ। এজন নদীয়াল মানুহে ভাৰ-পাঁচি লৈ আমি অহাৰ বহু আগেয়ে মাৰত উঠি আছেগৈ। আমাক দেখি তেওঁ মাত লগালে, "আহক! আহিব পাৰিব। সাৱধানে আহিলে কাপোৰো নিতিতে।" মনে মনে ভাবিলোঁ। কাপোৰতো ভিজিছেই। এবুকু পানী হলেও যাব পাৰিম। নিঃসংকোচে মানাহৰ বুকুত নামি গলোঁ। সেইটো বালিচৰ যেন অনুমান হ'ল।



নদীৰ পানী আজিৰ বৰষুণত বঢ়াৰ কাৰণে হয়তো আগতে বান্ধি থোৱা মাৰ নাওখনো পানীত পৰিল। অশেষ কষ্টৰ মাজেৰে গৈ মাৰ নাওত উঠিলোঁ। মাৰৰ লগতে সেই প্ৰকাণ্ড নাওখন বন্ধা আছে। সিপাৰলৈ চালোঁ। পাৰৰ চিন চাব নাই। অপাৰ সমুদ্ৰৰ দৰে পানীময় হৈ পৰিছে। দূৰণিত ৰিণি-ৰিণি চকুৱা বস্তিৰ ঘৰ আৰু গছবোৰ দেখা যায়। নদীৰ বুকুত অলেখ গছ-গছনিয়ে ঢৌৰ কোবত তাণ্ডৱ নৃত্য কৰি তীৰবেগে উটি যাব ধৰিছে। পাৰ হোৱা সমূলি আশা নাই। মাৰ নাওখনৰ মাজত বিহাৰী মানুহ চাৰিজনকো গাত কম্বল মেৰিয়াই বহি থকা দেখা গ'ল। আমালৈ নাচায় আৰু নামাতেও। ময়ে তেওঁলোকক মাত লগাই যি কোনো উপায়ে পাৰ কৰি দিবলৈ কলোঁ। গোৱালপাৰাত আমাৰ মোকৰ্দমা আছে বুলি কলোঁ। ঘাটৈবোৰ নিমাত। মই আকৌ এবাৰ কোৱাত, মহাজনজনে গম্ভীৰভাৱে হিন্দীত কবলৈ ধৰিলে, "কি কৰিম বাবু! এনে অৱস্থাত কেনেকৈ পাৰ কৰোঁ। আপোনাৰো বিপদ হব! আমিও মৰিম! নদীৰ অৱস্থা দেখিছেই।" কথা হলে সম্পূৰ্ণ সঁচা। কিন্তু মই যে পাৰ হবই লাগিব! আজিয়ে পাৰ হব নোৱাৰিলে বিপদৰ সম্ভাৱনা। লাহেকৈ আকৌ মহাজনক কলোঁ; "মহাজন! মোৰ মোকৰ্দমা আছে। নগলে নহব। তোমাক যি লাগে কোৱা। মই পাৰ হবই লাগিব।....মহাজনে তেওঁৰ মানুহ তিনিজনক কলে, "যদি সাহস কৰা, বাবুক পাৰ কৰাই দিয়া। ভাল বকচিচ মিলিব।" এজনে পাঁচ টকা দিব লাগিব বুলি কলে আৰু তেতিয়া হলে মৰিলেও পাৰ কৰি দিব বুলি কলে।

তেতিয়া চুটকেছৰপৰা টকা ৪টা উলিয়াই সিহঁতক ৩ টকা আৰু মহাজনক ১ টকা দিলোঁ। মনত সাহস আছে। ইমান ডাঙৰ নাৱৰ আশ্ৰয় কেতিয়াও নমৰোঁ। মহাজনে সিহঁতক কলে; "যা যা! বাবুক পাৰ কৰি দি, বাবুৰ জৰুৰী সকাম আছে।" টকা পাই সিহঁতে

ঘপহকৈ উঠি বস্তাৰে গা ঢাকি ললে। এজনে নাৱত জমা হৈ থকা পানীবোৰ পেলাবলৈ ধৰিলে। পানী নাইকিয়া হ'লত দুজনে দুখন ডাঁৰ ললে আৰু এজনে হালত বহি মোক মাতিলে; "আইয়ে বাবুজী!" ময়ো মৰ সাহ কৰি যাবলৈ ওলালোঁ।

বিশ্বলৈ কৃতজ্ঞতাৰে চাই কলোঁ; "বিশ্ব! এতিয়াহে মই নিঠৰুৱা অৱস্থাত পাৰিলোঁ। যোৱা, মোৰ ঘৰৰ পিনে অলপ নজৰ ৰাখিবা। ....ইমান দিনে দুখৰ মাজতো মোৰ মনত দুৰ্বলতা নাছিল; কিন্তু বিশ্বৰ বিদায় পৰত ইমান দুখ লাগিল যে অজ্ঞাতে চকুলো ববলৈ ধৰিলে। তেৱেঁ সান্ত্বনাৰ সুৰত কবলৈ ধৰিলে; "যাওক! ভয় নকৰিব। ভগৱানে আপোনাক ৰক্ষা কৰিব।" তেওঁৰপৰা বিদায় লৈ নাৱত বহিলোঁ। মোৰ লগতে সেই নদীয়ালজনো উঠি বহিল। তেওঁৰপৰাও আঠ অনা পইচা ললে। সি কৃতজ্ঞভাৱে মোক কলে; "বাবু! আপোনাৰ অনুগ্ৰহতেই আজি পাৰ হব পাৰিলোঁ।" সি বৰঘোলালৈ যাব! বাট-পথ তাৰ পৰিচিত। মোক ভগৱানে এজন পথপ্ৰদৰ্শক গোটাই দিলে। "গঙ্গা মাই কি জয়" বুলি সিহঁতে নাও মেলি দিলে। তৎক্ষণাৎ তীব্ৰ সোঁতত নাও ভটিয়াই যাবলৈ ধৰিলে। দুই মিনিটৰ ভিতৰতেই সেই প্ৰকাণ্ড নাওখন পোৱা মাইল মান ভটিয়াই গ'ল। তেতিয়াহে বুজিলোঁ; পাৰ হোৱা সহজ নহব। নদীৰ মাজ পোৱাত বৰ ভয় লাগিল। প্ৰবল সোঁতৰ উপৰিও ভীষণ বতাহ। ঢৌৰ আক্ৰমণত এই বিৰাট নাওখন উলট পালট কৰিবলৈ ধৰিলে। পাৰলৈ অলপো আগুৱাই যাব নোখোজে। দুজন বিহাৰী বলবান ডেকাই দুখন ডাঁৰ ধৰিছে। আন এজনে হাল ধৰিছে। তথাপি নাও ভটিয়াইহে আছে। আমাৰ অসমীয়া মানুহে পঞ্চাশ টকা পালেও এনে উগ্ৰ-সাহসৰ কামলৈ কেতিয়াও আগ নাবাঢ়িব বুলিয়েই মোৰ বিশ্বাস।

বিশ্বই তেতিয়াও মাৰ নাওখনতেই থিয় হৈ আমাক চাই আছিল।



হাল ধৰা মানুহজন সুদক্ষ নাৱৰীয়া। এডাল ডাঙৰ গছেও নাওখনত ঠেকা খাব পৰা নাই। এনেকৈ প্ৰায় ডেৰ ঘণ্টা বতাহ-বৰষুণ আৰু ঢৌৰে সৈতে যুজ কৰি নাও পাৰ চপালে। আচল ঘাটৰপৰা প্ৰায় ডেৰ মাইল ভাটিত, চৰুৱা বস্তি এটাৰ ওচৰত আঠু-ৱনীয়া পানীৰ মাজত আমাক নমাই দিলে। যিয়েই নহওক, ঈশ্বৰৰ অনুগ্ৰহত পাৰ চাপিলোঁ। কিন্তু বাট পথ চিনিবৰ উপায় নাই। গোটেই পথাৰ পানীৰে ৰূপালী হৈ পৰিছে।

নদীয়ালজনক কলোঁ, তুমি বাট-পথ চিনা মানুহ। আগবাঢ়া। সি মোক নিৰ্ভয় দি তাক অনুসৰণ কৰিবলৈ কলে। এইবোৰ তাৰ পৰিচিত ঠাই। বাটপথো সি চিনি পায়। কিছুদূৰ গৈ সি মোক দূৰৰপৰাই বৰঘোলালৈ যোৱা আলিটো দেখুৱাই দিলে। মানুহজনৰ কথামতে সোনকালে পাম বুলি পথাৰেৰেই আলিলৈ পোন কৰিলোঁ। পথাৰৰ মাজে মাজে শৃংখলাবিহীন চৰুৱা মুছলমানবোৰৰ বস্তি, নিজৰ খেতি পথাৰৰ মাজতেই সাজি লৈছে। মই নিজে ভাবিলোঁ, ইহঁত কঠোৰ পৰিশ্ৰমী সঁচা আৰু সুদক্ষ খেতিয়কো, কিন্তু ৰুচিহীন।

এনেকৈ পথাৰৰ মাজে মাজে এমাইলমান গৈ বৰঘোলাৰ আলি পালোঁ। মনত অলপ শান্তি আহিল। তেতিয়া বৰষুণ অলপ সাম কাটিলেও বতাহ সমভাৱেই আছিল। কিছুদূৰ যোৱাৰ পিছত মানুহ-জনে বিদায় মাগিলে: "বাবু! মই সৌ ওচৰৰ গাঁওখনলৈ যাম, আপুনি এতিয়া যাব পাৰিব।" মই তাক ধন্যবাদ জনাই বিদায় দিলোঁ। ভগৱানক ভৰসা কৰি সেই আলিয়েদি আধা মাইলমান যোৱাত বৰঘোলা হাটখোলা দেখিবলৈ পালোঁ। মনত সন্দেহ জন্মিল। যদি কোনোবাই চিনি পায়! তেতিয়া উপায় কি হব? অভয়াপুৰী এলেকাৰ বহু মানুহে মোক চিনি পায়। দ্বিতীয়তে শালমাৰা থানাৰ পুলিচ এই হাটলৈ প্ৰায়ে অহা যোৱা কৰি থাকে। চিনি পোৱা পুলিচে দেখিলেই আটক কৰিব।... ....অলপ চিন্তাত পৰিলোঁ যদিও

উপায়বিহীন হৈ সকলো চিন্তাকেই আঁতৰাই থৈ ছাতিৰে মুখ ঢাকি দীঘল দীঘল খোজ মেলিলোঁ।

হাটখোলাৰ বহুতো দোকানীয়ে আচৰিতভাৱে মোলৈ চাই থাকিল। একো প্ৰশ্ন নকৰিলে। হাটখোলা এৰি এক ফাৰ্লংমান গৈ এখন বঙালী মিঠাইৱালাৰ দোকান পালোঁ। অনুমানতে ধৰি লৈছোঁ যে সেইটো তেওঁৰেই ঘৰ। বাহিৰা ঘৰত দোকানীয়ে জিলাপি তৈয়াৰ কৰি আছিল। গৰম জিলাপি দেখি লোভ লাগিল। দোকানত সোমাই এপোৱা জিলাপি আৰু এগিলাচ চাহ দিব কলোঁ। সি কলে যে সেইখন চাহ দোকান নহয়। মই বিনীতভাৱে কলোঁ, ডাঙৰীয়া! মই জাৰতে বৰ কষ্ট পাইছোঁ। এগিলাচ চাহ তৈয়াৰ কৰি দিয়ক। যি দাম লাগে দিম। ওচৰতে এজন বুঢ়া আছিল। তেওঁ মোক বহিবলৈ কলে। মই তেওঁলোকৰ মিঠাই কৰা আফৰৰ ওচৰতেই টুল এখনত বহিলোঁ। অলপ পিছতে আধাসেৰমান চাহ লৈ বুঢ়াজনে আহি ওলাল। গৰম জিলাপি আৰু চাহ খাই মনত দুগুণ বল পোৱা যেন অনুমান কৰিলোঁ। সুযোগ পাই বুঢ়াজনে চাহৰ দাম ললে চাৰি অনা। তেতিয়া চাহৰ কাপ আছিল দুই পইচা। তেলৰ জিলাপি এসেৰৰ দাম আছিল আঠ অনা। জিলাপি এপোৱাৰ দাম ললে চাৰি অনা। পইচা আঠ অনা বুঢ়াৰ হাতত দি কাকৈজানলৈ যোৱা ভিতৰুৱা বাটৰ সন্ধান জানে নেকি সুধিলোঁ। ভিতৰুৱা বাটৰ কথা শুনি আচৰিতভাৱে তেওঁ মোৰ মুখলৈ চালে। অলপ পিছত সহজভাৱেই কবলৈ ধৰিলে। "বাবু! এই আলিৰেই আপোনাৰ পোন হব। বাটো বৰ ভাল। কিন্তু সৌ পাহাৰৰ কোলাৰে উত্তৰমুৱা হৈ যি বাট গৈছে, সেইটোৰে গলে বৰ কষ্ট পাব। বাটটো বাৰিষা প্ৰায় বন্ধ থাকে। শালি পথাৰেৰে যাব লাগিব। বাৰিষা বোকা পানীৰ ভয়তে সেই বাটেৰে মানুহ অহা যোৱা নকৰে।"

মই পাহাৰৰ কোলাৰ বাটটোৰ আঁতি গুৰি লবলৈ মন কৰি, বুঢ়াক বিতংভাৱে মোক বুজাই কবলৈ কলোঁ। বুঢ়াই কবলৈ ধৰিলে, "পাহাৰৰ কাষেদি উত্তৰমুৱা হৈ যোৱা বাটেৰে গলে পাহাৰৰ উত্তৰ মূৰত পশ্চিমলৈ যোৱা বাট এটা পোৱা যাব। সেই বাটেৰে গৈ সন্মুখতে এখন গাঁও দেখা পোৱা যাব। সেই আলিৰে দক্ষিণমুৱা হৈ দুমাইলমান গলেই কাকৈজান পোৱা যাব।" বুঢ়াৰ দিহা মতেই পাহাৰৰ কোলাৰ বাটেৰেই যাবলৈ সাজু হলোঁ। তেতিয়া ৰাতি পুৱা প্ৰায় ৯ বাজিছে। বতাহ বৰষুণো থামিছে। ভগৱানৰ নাম স্মৰণ কৰি তেতিয়াই যাত্ৰা কৰিলোঁ। আধা মাইলমান যোৱাৰ পিছত পাহাৰৰ ফালৰ বাট পালোঁগৈ। পাহাৰখন ৰঙামটীয়া। বৰ পিছল। সেই বাটেৰে এমাইলমান যোৱাৰ পিছত শালি পথাৰ পালোঁগৈ। ভাদ মাহৰ ৰোৱাতলি পথাৰ যেনে হোৱা দৰকাৰ তেনেই হৈ আছে। বোকা আৰু পানী পথাৰৰ পূব মূৰৰপৰা পশ্চিমে অৱস্থিত গাঁৱলৈ এমাইল মানৰ কম নহব। গাঁৱত সোমায়েই যি দৃশ্য দেখিলোঁ, আজিও তাক পাহৰিব পৰা নাই। ম'হ আৰু গৰুৰ খচনিত ওৰে বাটটোৱে যেন যমৰ দক্ষিণ দুৱাৰত অৱস্থিত নৰককুণ্ডত পৰিণত হৈছে। আজি মই কবলৈ বাধ্য হৈছোঁ আৰু দুখো পাইছোঁ—তেওঁলোকৰ উদাসীনতা দেখি। অশেষ কষ্টৰ মাজেৰে গাঁওখন পাৰ হলোঁ। অলপ দূৰ গৈয়েই এজন প্ৰাইমাৰী স্কুলৰ শিক্ষকক লগ পালোঁ। তেওঁ কাকৈজানৰ আলিলৈ যাব। তেওঁকেই পথ প্ৰদৰ্শক হিচাপে আগত লৈ কেবাখনো গাঁও অতিক্ৰম কৰি কাকৈজানৰ আলিত উঠিলোঁগৈ। আলিটো বৰ ওখ আৰু বহল। বোধ হয় সেই আলিটোৱেই উত্তৰ শালমাৰাৰপৰা বিজনীলৈ গৈছে।

আলি পায়েই পণ্ডিত বাবুক সুধিলোঁ, ইয়াৰপৰা কাকৈজান কিমান দূৰ হব? তেওঁ প্ৰায় দুমাইল হব বুলি কলে। সন্দেহ লৈয়ে খোজ মেলিলোঁ আৰু যিমান দূৰলৈ দৃষ্টি যায় চাই ললোঁ; ৰঙা পাগুৰি আলিৰে আহিছে নেকি? কিন্তু মোৰ দৃষ্টিত নপৰিল।

# প্ৰত্যাখ্যাত

কাকৈজানত মোৰ জন্ম-গাঁও শিলাৰ ব্ৰাহ্মণ এঘৰ বহুদিনৰেপৰাই বাস কৰি আছে। তেখেত আমাৰ পৰম আত্মীয়ও হয়। মোৰ ডাঙৰ ভতিজাজনে তেওঁৰ ভতিজা ছোৱালী বিয়া কৰাইছে। মনত এটা প্ৰবল আশা জন্মিছিল—তাত গৈ দুই তিনিদিনমান জিৰণি লব পাৰিম। মানুহক সুধি পুছি কোনো-মতে তেওঁলোকৰ ঘৰটো বিচাৰি উলিয়ালোঁ। তেতিয়া দুপৰীয়া বাৰমান বাজিছে।

বৰ্তমান তেওঁলোক এঘৰেই দুঘৰ হৈছে। বুঢ়াজনৰ নাম শ্ৰীকমলা কান্ত শৰ্মা আৰু তেওঁৰ ডাঙৰ ভতিজাজনৰ নাম শ্ৰীবৈকুণ্ঠনাথ শৰ্মা। তেওঁ পৃথক হৈ ঘাই বস্তিৰপৰা প্ৰায় আধা ফাৰ্লং আঁতৰত নিজৰ কৈ ঘৰ সাজি লৈছে। মই শ্ৰীকমলাদাদাৰ ঘৰত সোমালোঁ। মোক দেখিয়েই তেওঁৰ মুখৰ ভাৱৰ পৰিবৰ্তন হোৱা যেন অনুমান কৰিলোঁ। যি কি নহওক মোক অভ্যৰ্থনা কৰিলে। এটুপি চাহ খোৱাৰ পিছত গা ধুবলৈ কলে। মোৰ গাত থকা কাপোৰবোৰ বোকা লাগি দুনাই ব্যৱহাৰ কৰাৰ অনুপযোগী হৈছিল। গতিকে সেইবোৰ ধুই চাফ কৰি ললোঁ। তেতিয়া ৰ'দো ওলাইছে। বাহিৰত সেইবোৰ শুকাবলৈ দি চুট্‌কেচৰপৰা নতুন কাপোৰ উলিয়াই ললোঁ। বিছনাখনো আধা ভিজা হৈছিল। তাকো শুকাবলৈ দি গা মূৰ ধুই তেখেতৰ লগতেই ভাত খাবলৈ বহিলোঁ।

তেওঁলোকে আগতেই আমাৰ অভিযানৰ ভু পাইছে। ভাতৰ পাততেই তেখেতে মোক কিছুমান প্ৰশ্ন কৰিল। মই চমুকৈ তাৰ উত্তৰ দি ভাত খোৱাত মনোনিবেশ কৰিলোঁ।



খোৱাৰ পিছতেই অৱসন্নতাই মোক হেঁচি ধৰিলে। বাহিৰা ঘৰত এখন বিছনা দেখি তাতেই শুই পৰিলোঁ। কিমান পৰ শুইছোঁ কব নোৱাৰোঁ। দাদাই অনুমান চাৰি বজাত মোক জগাই তুলিলে, "ভায়া, চাহ হৈছে, খাব লাগে।" মই উঠি মুখ-হাত ধুই চাহ খাবলৈ বহিলোঁ। তেখেতে হোকা এটা লৈ, মোৰ ওচৰতেই টুল এখনত বহি মোক কবলৈ ধৰিলে: "ভায়া, মোৰ ঘৰত তোক ৰাতি ৰাখিব নোৱাৰিম। ওচৰতে শালমাৰা থানা আছে। পুলিচে গম পালে মোৰো ভয়ানক বিপদ হব। তই এতিয়া আন ঠাইলৈ যোৱাৰ দিহা কৰ।" কথাষাৰ শুনি মনত বৰ বেজাৰ লাগিল। মানুহৰ ভাগ্য বিপৰ্যয়ৰ লগে লগে, তাৰ সন্মান, প্ৰতিপত্তি, শ্ৰদ্ধা সকলো নষ্ট হৈ যায়। বিপদৰ দিনত তাৰ পৰম আত্মীয়সকলেও আশ্ৰয় দিবলৈ শঙ্কা বোধ কৰে।....একো নমতাকৈয়ে যাবলৈ সাজু হলোঁ। দেখো যে ৰ'দত দিয়া কাপোৰযোৰ ভাল দৰে শুকোৱা নাই। তথাপি সেই আধা ভিজা কাপোৰকেই চুটকেচত ভৰাই ললোঁ। তেতিয়া বোধ হয় বেলি মাৰ যাবলৈ এঘণ্টামানহে বাকী আছে। ভাবি স্থিৰ কৰিলোঁ যে এতিয়া আৰু বটিয়ামাৰীলৈ যোৱাৰ সময় নাই, কম পক্ষেও আঠ মাইল বাট যাব লাগিব। গতিকে মাজ ভাগতেই কৰ'বাত আশ্ৰয় লব লাগিব। ইয়াকে ভাবি চিন্তি বাটৰ সন্ধান তেখেতৰপৰাই জানি ললোঁ। ঘোঙ্‌দলত এঘৰ বামুণ বাস কৰি আছে। তেওঁলোকৰ ঘৰতেই অচিনাকিভাৱে আলহী হম বুলি স্থিৰ কৰি দুখৰ হাঁহি এটাৰে তেখেতক সম্ভাষণ জনাই বিদায় ললোঁ।

শ্ৰীমান বৈকুণ্ঠৰ কথা মই সমূলি পাহৰিছিলোঁ। তেওঁ যে ওচৰতেই ঘৰবাৰী কৰিছে সেইটো মোৰ অজ্ঞাত। মই যিটো বাটেৰে গৈছোঁ তাৰ কাষতেই তেওঁৰ ঘৰ। তেওঁ তেতিয়া বাহিৰা ঘৰৰ বাৰান্দাত বহি আছিল। মোক দেখিয়েই মাত লগালে, "কোন সেইজন? খুৰা নেকি?" মই ফিৰি চাই শ্ৰীমান বৈকুণ্ঠক দেখিলোঁ।



৫

তেওঁৰ ওচৰলৈ যাওঁ নে নাযাওঁ চিন্তা কৰিছোঁ। বেলিও নাই। তেওঁ পুনৰ মাতিবলৈ ধৰিলে, "আহক! থিয় হৈ থাকিল যে!" লাহে লাহে তেওঁৰ ওচৰ চাপিলোঁ। তেওঁ বহিবলৈ অনুৰোধ কৰিলে। মই কমলা দাদাৰ ভয়ৰ কথা তেওঁক জনালোঁ আৰু পলম কৰিলে যে যোৱাটো টান হৈ পৰিব তাকো বুজাই কলোঁ। কাৰণ বেলি মাৰ যাওঁ যাওঁ হৈছে। বাট পথো অচিনাকি।

তেওঁ বেজাৰ মনেৰে কলে, "খুৰা! আজি ৰাতিটোৰ বাবে মোৰ ঘৰতেই থাকক। ইয়াত যদি মোৰ কিবা বিপদো হয় তাক মই মূৰ পাতি লম। সেই বাবে আপুনি অকণো ভাবিব নালাগে। তেওঁৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি, সেই ৰাতিটোৰ বাবে তেওঁৰ ঘৰতেই আশ্ৰয় ললোঁ। তেওঁ যথোচিতভাৱেই মোক অভ্যৰ্থনা কৰিলে আৰু জোৰ কৰিয়েই এদিন এদিন কৈ তিনিদিন ৰাখিলে।

ঘোঙদলৰ বিষৰ বামুণৰ কথা উল্লেখ কৰি আহিছোঁ সেই ঘৰতেই বৈকুণ্ঠৰ ডাঙৰ ছোৱালীজনী বিয়া দিছে। বৈকুণ্ঠই মোৰ মনৰভাৱ বুজিবলৈ প্ৰশ্ন কৰিলে, "খুৰা! আপুনি কোন কোন ঠাইত আশ্ৰয় লবলৈ মনস্থ কৰিছে।" মই মোৰ মনৰ ভাৱৰ কথা বুজাই কলোঁ: প্ৰথমে মই বটিয়ামাৰীলৈ যাম। তাত কেবা ঘৰো মোৰ আত্মীয় আছে। কিছুদিন তাত অতিবাহিত কৰি কোচবেহাৰলৈ যাম। তাৰ পিছত ক'লৈ যাম সেইটো নাজানো। ভগৱানে যি বাটেৰে নিয়ে, সেই বাটেৰেই যাব লাগিব। তেওঁ হাঁহি হাঁহি কলে, "প্ৰয়োজন বেয়া হোৱা নাই। মই আপোনাক ঘোঙদল পৰ্যন্ত আগুৱাই থম। আপুনি মাজগাঁৱৰ মাজেৰে গৈ বঙাইগাঁৱৰ পকা ৰাস্তাত উঠিব। তেতিয়া বটিয়ামাৰীলৈ যোৱা সহজ হৈ পৰিব। চতুৰ্থ দিনাখন তেওঁ মোক লগত লৈ তিনি বজাত—আবেলি ঘোঙদলৰ তেওঁৰ জোৱায়েকৰ ঘৰলৈ লৈ গ'ল। তাত এঘণ্টামান বিশ্ৰাম কৰি মাজগাঁৱলৈ যাবলৈ সাজু হলোঁ। তেওঁ এজন ল'ৰাক মাজগাঁৱলৈ যোৱা



বাটটো মোক দেখুৱাই দিবলৈ কলে। মই শ্ৰীমান বৈকুণ্ঠক সম্ভাষণ জনাই ল'ৰাটোৰে সৈতে মাজগাঁৱলৈ ৰাওনা হলোঁ। ল'ৰাটোৱে অঁকাই-পকাই গাঁৱলীয়া বাটবোৰ অতিক্ৰম কৰি মোক প্ৰায় মাজগাঁৱৰ ওচৰত থৈ আহিল। মোৰ কাৰণে ইমান কষ্ট কৰা কাৰণে ল'ৰাটোক ধন্যবাদ জনাই বিদায় দিলোঁ।

কিছুদূৰ গৈ বঙাইগাঁৱৰ পকাৰাস্তা দেখিবলৈ পালোঁ। বেলি মাৰ গলেও দিনৰ পোহৰ আঁতৰা নাই। এনে পোহৰত জনবহুল ৰাস্তাৰে খোজ কাঢ়িবলৈ শঙ্কা জন্মাত বঙাইগাঁৱৰ পথাৰতে আন্ধাৰ হোৱালৈ অপেক্ষা কৰিলোঁ। বহুতে মোলৈ সন্দেহৰ চকুৰে চাই গুচি গ'ল। কিছুমানে প্ৰশ্নও কৰিলে। "ক'ৰপৰা আহিছে? ক'লৈ যাব? কিয় থিয় হৈ আছে?" ইত্যাদি। ময়ো প্ৰত্যেক কথাৰেই জবাব দি গৈছোঁ। ঘোঙদলৰ বামুণঘৰৰপৰা আহিছোঁ, বঙাইগাঁৱলৈ যাম, লগৰ মানুহজনলৈ অপেক্ষা কৰিছোঁ। তেওঁলোকে তুনাই প্ৰশ্ন নকৰি গুচি গ'ল। যেতিয়া আন্ধাৰ গাঢ় হৈ আহিল, তেতিয়াহে লাহে লাহে গৈ পকা ৰাস্তাত উঠিলোঁ।

মাজগাঁৱৰপৰা বটিয়ামাৰীৰ ৰাস্তাৰ দূৰত্ব তিনি মাইলৰ কম নহয়। অতি সাৱধানে সেই তিনিমাইল বাটঅতিক্ৰম কৰি বটিয়ামাৰীৰ আলিত উঠি শান্তিৰ নিশ্বাস পেলালোঁ। কিয়নো সেই আলিত ভয়ৰ কাৰণ সমূলি নাই। বটিয়ামাৰীৰ ৰাইজে সেই আলিৰে বঙাইগাঁৱলৈ অহা-যোৱা কৰে—বিশেষকৈ হাটৰ দিনা। ৰাতিৰ ভিতৰত আলিটো প্ৰায় নিৰ্জন। মই নিজৰ অদৃষ্ট চিন্তা কৰি সেই আলিৰে গৈ থাকিলোঁ। আধা মাইলমান যোৱাৰ পিছত যেতিয়া পাহাৰ পালোঁ, হঠাৎ এটা শব্দ মোৰ কাণত পৰিল। সম্ভৱতঃ পাহাৰতে বাঘে গৰজিছে। থিয় হৈ অলপ টলকা মাৰি ৰলোঁ। কিন্তু সেই শব্দ আকৌ নুশুনিলোঁ। তেতিয়া মোৰ বচনগাঁৱৰ আত্মীয়ৰ ঘৰলৈ খোজ ললোঁ।

বচনগাঁৱত মোৰ শহুৰৰ ভাগিনৰ ঘৰ। তেওঁলোক ভাই ককাই চাৰিজন। ডাঙৰজনৰ নাম শ্ৰীদীপনাৰায়ণ চক্ৰৱৰ্তী, দ্বিতীয়জন শ্ৰীকনক চক্ৰৱৰ্তী, তেওঁলোক দুয়ো মোৰ বৰগিৰি, বাকী দুজন —হৰমোহন আৰু কাছুৰা মোৰ খুলশালী হয়। প্ৰায় আঠ বজাত তেওঁলোকৰ ঘৰ ওলালোঁ। মোক দেখি তেওঁলোক আটাই-কেইজনেই আচৰিত হ'ল। আৰু ঘৰৰ বুঢ়ীজনীক চিঞৰি কবলৈ ধৰিলে, 'মা, লঙ্কাৰপৰা হনুমান আহিছে।' তেওঁ মোৰ পেহী-শাহু হয়। তেওঁ বাহিৰ ওলাই আহিল। তেখেতক দেখি মই লাহেকৈ এটি সেৱা জনালোঁ। হৰমোহন আৰু কাছুৰাই মোক সুস্থিৰ হবলৈ নিদি, কেনেকৈ ঘাটি পুৰিলোঁ, কি কি ঘটনা ঘটিছিল আদি লানি নিছিগা প্ৰশ্নবোৰ সুধি আকৌ মোক অস্থিৰ কৰি তুলিলে। মই ঘটনাৰ বিৱৰণ কৈহে সামৰিলোঁ। প্ৰায় এসপ্তাহ তেওঁলোকৰ ঘৰত অতিবাহিত কৰিলোঁ অতি আনন্দেৰে। তাৰ পিছত পুনৰ স্থান পৰিবৰ্তন কৰিবলৈ মনস্থ কৰিলোঁ। ডাঙৰজন বৰগিৰিৰ লগত আলোচনা কৰি কোন কোন ঠাইত নিৰাপদে আশ্ৰয় লোৱা সুবিধা হয় চিন্তা কৰা হ'ল। প্ৰথম ৰঘুনন্দনপুৰলৈ গৈ মোৰ শহুৰৰ লগত দেখা কৰি সেই ৰাতিয়েই পঁচাগাঁৱৰ শ্ৰীভৱানী চক্ৰৱৰ্তীৰ ঘৰত ওলাব লাগিব। তেওঁ শহুৰৰ আপোন ভাগিন—মোৰ বৰগিৰি। তাত মোৰ ভয়ৰ কাৰণ সমূলি নাই। তেওঁলোকৰ গাঁও বটিয়ামাৰীৰ শেষ অংশত অৱস্থিত। প্ৰায় বিন্ধাপুৰৰ ওচৰা-ওচৰি বুলি কব পাৰি। উত্তৰ শালমাৰা থানা পঁচাগাঁৱৰপৰা প্ৰায় ১৫মাইল দূৰ। কোনো চুৰি ডকাইতি মোকৰ্দমা নথাকিলে বছৰৰ ভিতৰতো মানুহে পুলিচ দেখা নাপায়। নিৰাপদে তাত কিছুদিন কটাবৰ সুবিধা হব।

পিছদিনা ৰাতি খোৱা শেষ কৰি ৰাতি প্ৰায় দহ বজাত শ্ৰীদীপনাৰায়ণ চক্ৰৱৰ্তীক লগত লৈ ৰঘুনন্দনপুৰলৈ যাত্ৰা কৰিলোঁ। বাটত জানোৱাৰৰ ভয় আছে। বাটৰ দুয়োকাষে পাহাৰ আৰু শাল



কাঠৰ জাৰণি। বাঘ-ভালুক তাত প্ৰায়ে লগ পোৱা যায়। তথাপি মৰ সাহ কৰি উভয়ে যাবলৈ ধৰিলোঁ। তেওঁৰ হাতত এখন ডাঙৰ খুকুৰি, মোৰ হাতত এডাল লাঠি। তেওঁৰ হাতত এটা লেম্প, মোৰ হাতত টৰ্চলাইট এটা। মোৰ বিছনাখন তেঁৱে লৈছে। মই চুটকেচটো লাঠিত ওলোমাই লৈছোঁ। এই বোজাবোৰ কঢ়িয়াই উভয়ে নিঃশব্দে গৈ আছোঁ। সন্দেহযুক্ত ঠাইবোৰত ডাঙৰ ডাঙৰকৈ কাহি অথবা গান গাই আগবাঢ়োঁ। ঈশ্বৰৰ অনুগ্ৰহত বাটত একো প্ৰতিবন্ধকে লগ নিদিলে। বচনগাঁৱৰপৰা ৰঘুনন্দনপুৰলৈ প্ৰায় এমাইল হব। ৰাতি অনুমান একমান বজাত ৰঘুনন্দনপুৰ পালোঁ। মনে মনে দুয়ো শহুৰৰ ঘৰৰ ভিতৰ চ'ক সোমালোঁ আৰু মনৰ সন্দেহ ভাঙিবলৈ চ'কটো এবাৰ পৰীক্ষা কৰি চালোঁ। দেখিলো একো নাই। সকলো নীৰৱ। তেতিয়া বৰগিৰিয়ে শহুৰক মাতিবলৈ ধৰিলে। "মামা! উঠক।" দুই তিনিবাৰ মতাৰ পিছত শহুৰ ওলাই আহিল। সন্মুখত মোক দেখি তেওঁ বিচুৰ্তিখালে। তেওঁ কথা কি বাৰ্তা কি একো বুজিব নোৱাৰি মোৰ ডাঙৰ খুলশালী কুমুদিনীক আঁতুৰকৈ মাতিব ধৰিলে। তায়ো ওলাই আহি মোক দেখিলত আচৰিত হ'ল, আৰু ব্যগ্ৰভাৱে সুধিবলৈ ধৰিলে—"ভিনীহি দেখোন! ইমান ৰাতি ক'ৰপৰা আৰু এনেভাৱে কিয় আহিছে? কিবা হৈছে নেকি? ইত্যাদি। ময়ো চমুকৈ কলোঁ। পিছত গম পাবি। এতিয়া একাপ চাহ আন।.... তাই চাহ কৰিবলৈ গ'ল। এইবোৰ গোলমাল গম পাই শাহুও ওলাই আহিল। তেওঁ মোক দেখি কেং-মেংকৈ উঠিল আৰু হাতৰ ইঙ্গিতেৰে বুজিব নোৱাৰা কিছুমান প্ৰশ্ন কৰিলে। তাৰ এটাও প্ৰশ্ন বুজিবৰ মোৰ শক্তি নাই। তেখেত জন্মৰপৰাই বোবা। কথা কবও নোৱাৰে আৰু কাণেৰেও একো নুশুনে। গাভৰু অৱস্থাত হেনো সুন্দৰী আৰু স্বাস্থ্যৱতী বুলি তেখেতে খ্যাতি অৰ্জন কৰিছিল। মই এটা সেৱা জনাই শুই থাকিবলৈ ইঙ্গিতেৰে কলোঁ। অলপ পিছতে

কুমুদিনীয়ে চাহ আৰু পিঠা আনি আগত দিলে। সেইবোৰ পেটত সোমাই লৈ শহুৰক সেৱা এটা জনাই, সেই শেষ নিশা পঁচাগাঁৱলৈ যাবলৈ সাজু হলোঁ। বৰগিৰিৰ মুখে সকলো কথা শুনি তেওঁলোকৰ মুখ শেঁতা পৰি গ'ল। অনুমানতে বেছ বুজা গ'ল। ঘৰখনত এটা অশান্তিৰ পৰিৱেশ হ'ল। ইচ্ছা কৰিলে তাতেই দুদিনমান থাকিব পাৰিলোহেঁতেন। কিন্তু মনত ভয়। জানোচা ইয়ালৈকো পুলিচ আহি ঘৰ বেৰাও কৰি এওঁলোকক জুলুম কৰে। আৰু অহাটো স্বাভাবিক। গতিকে পলম নকৰি, গাঁৱৰ মানুহে গম নোপোৱাকৈ পঁচাগাঁৱলৈ ৰাওনা হলোঁ।

ৰঘুনন্দনপুৰৰপৰা পঁচাগাঁৱলৈ দূৰত্ব অনুমান চাৰি মাইল। তেতিয়া ৰাতি তিনি বাজিছে। পোহৰ হবলৈ আধাঘণ্টামান থাকোঁতেই পঁচাগাঁও পালোঁগৈ।

ভুলবশতঃ এটা কথা উল্লেখ কৰা হোৱা নাই। শ্ৰীদীপনাৰায়ণ চক্ৰৱৰ্তীৰ ঘৰৰপৰাই সৰভোগৰ অৱস্থা জানিবলৈ তেওঁৰ সৰুভায়েক শ্ৰীমান কাছুৱাক পঠোৱা হৈছিল, আৰু খুলশালী শ্ৰীচন্দ্ৰলৈ চিঠি এখন দিছিলোঁ যদি সুবিধা কৰিব পাৰে মোৰ লগত দেখা কৰিবলৈ। মই ক'ৰপৰা ক'লৈ যাওঁ সেই খবৰ এৰি অহা ঘৰক জনাই থওঁ যদি চিনি পোৱা বিশ্বাসী মানুহ কোনোবাই মোক বিচাৰি আহে, তেন্তে মই ক'ত থাকোঁ তেওঁলোকেই কৈ দিব। কিন্তু অচিনাকি মানুহক কবলৈ নিষেধ কৰা হৈছিল।

যেতিয়া আমি গৈ শ্ৰীভৱানী চক্ৰৱৰ্তীৰ ঘৰ পাওঁ, তেতিয়া ৰাতি প্ৰায় শেষ হৈ আহিছে। অনুমান কৰিব পাৰি, পূবৰ পিনে অলপ অলপ পোহৰ হব ধৰিছে। বাহিৰত অপেক্ষা নকৰি একেবাৰে ভিতৰ চ'কত সোমালোঁ। চক্ৰৱৰ্তীয়ে পূবৰ ঘৰৰ বাৰাণ্ডাতেই বিছনা কৰি শুই আছিল। মানুহ যোৱা গম পাই তেওঁ উঠি বহিল। আমি যেনেভাৱে গৈছোঁ, চোৰ ডকাইত বুলি কোবাই দিলেও আমাৰ উপায় নাছিল। যিয়েই নহওক তেওঁক মাতিবৰ দৰকাৰ নহ'ল। নিজেই মাত লগালে,—"কোন ?" শ্ৰীদীপনাৰায়ণে ঘপহকৈ কৈ উঠিল। "গোষ্ঠী ও গোষ্ঠী" তেওঁ তৎক্ষণাৎ দীপনাৰায়ণক চিনি পালে। মোক চিনিব পৰা নাই। আগতে দেখাও নাই। সেই বাবে আকৌ প্ৰশ্ন কৰিলে : "এওঁ কোন ?" তেওঁ কলে যে তেওঁৰ আত্মীয়। তথাপি একো বুজিব নোৱাৰি থৰ লাগি চাই থাকিল। শ্ৰীভৱানী চক্ৰৱৰ্তী যদিও মোৰ শহুৰৰ নিজা ভাগিন, তথাপি গাঁৱৰ মেলবোৰতে তেওঁৰ লগত মতৰ মিল নাছিল। সেই বাবে মোৰ বিয়াৰ সময়ত তেওঁলোকৰ কোনোৱে উপস্থিত নাছিল। আজি ইমান বছৰে মোৰ তেখেতৰ ঘৰলৈ গৈ পৰিচয় হবৰে সুবিধা হোৱা নাছিল। সেই বাবে আমি ইমান দিনলৈ অচিনাকী হিচাপেই আছিলোঁ।....আজি অকস্মাৎ মোক দেখি সন্তৰ তেওঁৰ মনত খেলি-মেলি ভাৱৰ উদয় হৈছে। ক'ৰ আত্মীয় কি বৃত্তান্ত একো বুজিব নোৱাৰি বাক্‌শক্তি ৰোহিত হোৱাৰ দৰে থৰ লাগি চাই থাকিল।

তেওঁৰ অৱস্থা দেখি শ্ৰীদীপনাৰায়ণে হাঁহি পেলালে আৰু ধেমালি কৰি নিৰ্ভয় দি কবলৈ ধৰিলে। "ভয় নাখাবি। এওঁ আমাৰ ঘৰ পোৱা হনুমান। মামাৰ জোঁৱায়েক শ্ৰীব্ৰজ শৰ্মা।" তেতিয়াহে তেওঁৰ মুখত হাঁহি ওলাল। এন্ধাৰ তেতিয়া সমূলি নাই। মুকলি পোহৰ। তেওঁ ঘৰৰ মানুহক মাতি তুলিলে। তেওঁৰ সহধৰ্মিনী দুৱাৰ মেলি বাহিৰ ওলায়েই আমাক দেখি থত্-মত্ খালে। চৰগ পৰা মানুহৰ দৰে থৰ্ থৰীয়া যেন হৈ পৰিল। মুখৰ মাত বোল হেৰাই গ'ল। তেওঁৰ তেনে দুৰৱস্থা দেখি মোৰো হাঁহি উঠিল। চক্ৰৱৰ্তী আৰু দীপনাৰায়ণে হো হোকৈ হাঁহিবলৈ ধৰিলে। তেওঁ বোধ হয় লাজ পালে, আৰু পুনৰ ঘৰ সোমাল। চক্ৰৱৰ্তীয়ে হাঁহি কবলৈ ধৰিলে—"লাজ পালা নেকি ? অইন মানুহ নহয়,—মামাৰ জোঁৱায়েক ; ব্ৰজ বাবু।" নাম শুনি তেওঁ সানন্দে ওলাই আহিল।

মানুহজন নেদেখিলেও নামটো আগৰপৰাই জানে। এওঁ অভয়াপুৰীৰ শ্ৰীগোবিন্দ শৰ্মাৰ ভনীয়েক। উচ্চ শিক্ষিতা নহলেও ভাল ভদ্ৰ ব্যৱহাৰ বেছ জানে। কথা কোৱাৰ ধৰণো উচ্চ খাপৰ, হাঁহি মুখে মোৰ সম্ভাষণ জনাই তেওঁ চাহ কৰিবলৈ ভিতৰ সোমাল। আমিও নানধৰণৰ গল্প কৰিবলৈ ধৰিলোঁ। অলপ পিছতে তেওঁ চাহ আৰু চুজি লৈ ওলাই আহিল। আমি মুখ হাত ধুই চাহ খাব ধৰিলোঁ। চাহ পৰ্ব শেষ হোৱাত মোৰ বৰ টোপনি লগা কাৰণে সেইখন বিছনাতে শুলোঁ। তৎক্ষণাৎ টোপনিয়ে হেঁচা মাৰি ধৰিলে। যেতিয়া সাৰ পাওঁ, তেতিয়া প্ৰায় ১২ বাজিছে। সিপিনে ভাতো হৈছে। সকলোৰে গা ধোৱাৰ আয়োজন কৰিলোঁ। যথাসময়ত খোৱা বোৱা শেষ কৰি জিৰণি লৈছোঁ এনেতে খবৰ পালোঁ যে শ্ৰীশৰৎ গোস্বামী আৰু ওচৰৰ গাঁৱৰ ডেকাবোৰে মূলা গাঁৱত মিটিং কৰিবলৈ যাব। বটিয়ামাৰীৰ সকলোৰে সেই মিটিঙত যোগ দান কৰিব। উদ্দেশ্য উত্তৰ শালমাৰা থানা জ্বলাই দিয়া। মিটিং চাবলৈ যাবৰ বৰ ইচ্ছা হ'ল। কিন্তু পিছ মুহূৰ্ততে মনক সংযত কৰিলোঁ। এনে অৱস্থাত মোৰ যোৱাটো উচিত নহব। শ্ৰীশৰৎ গোস্বামীক সন্ধিয়া সময়ত মোৰ লগত দেখা কৰিবলৈ খবৰ পঠিওৱা হ'ল।

## ঘৰৰ অৱস্থা শুনি মনত ক্ষোভ

আবেলি চাৰিমান বজাত শ্ৰীচন্দ্ৰ আৰু প্ৰতাপ শৰ্মা মোৰ লগত দেখা কৰিবলৈ আহিছে। প্ৰথমে ৰঘুনন্দনপুৰত খবৰ কৰি পঁচাগাঁৱত আহি উপস্থিত হৈছে। তেওঁলোকৰ মুখত সৰভোগ আৰু মোৰ পৰিয়ালৰ সকলো খবৰ পালোঁ। পুলিচে দিনত দুবাৰ আৰু ৰাতি দুবাৰ ঘৰ ঘেৰাও কৰি আছে। সিহঁতৰ



ব্যৱহাৰ ক্ৰমাৎ বেয়াৰ পিনে গতি লৈছে। এটা ভয়ানক কথা শুনি মোৰ গোটেই গাত যেন জুই জ্বলি উঠিল। উত্তেজনাত সৰ্ব শৰীৰ কঁপিবলৈ ধৰিলে। কিন্তু প্ৰতিবিধানৰ কোনো উপায় নাই। মনৰ জুই মনতে দমাই নীৰৱে সকলো সহ্য কৰি গলোঁ। তথাপি প্ৰতিহিংসাৰ এটা প্ৰবল উত্তেজনাই মোক অস্থিৰ কৰি তুলিলে।

এদিন দুপৰীয়া পুলিচে ঘৰ ঘেৰাও কৰিছে। সিহঁতে যেই সেই সময়তে ঘৰ ঘেৰাও কৰে। সিদিনা দিনৰ ১১ মান বজাত ঘেৰাও কৰি পুলিচবোৰে হুৰমুৰকৈ ঘৰৰ ভিতৰ সোমাইছে। ঘৈণীহঁত তেতিয়া বাহিৰত কোনো কামত ব্যস্ত আছিল। মোৰ ছমহীয়া ল'ৰাটো অকলে ঘৰত শোৱা অৱস্থাত আছিল। পুলিচবোৰৰ গোলমালত সি চিঞৰি উঠিল। মাকে আঁতুৰকৈ ল'ৰাটি আনিবলৈ ঘৰৰ ভিতৰ সোমাব খোজাত, এজন পুলিচে বন্দুকেৰে খুন্দিয়াই তেওঁক বাৰান্দাৰপৰা চোতালত বগৰাই দিলে। তেওঁ আঘাত পাই চিঞৰি উঠিল। ল'ৰাটিও চিঞৰি চিঞৰি অস্থিৰ হ'ল। তেওঁ আন একো উপায় নেদেখি আকৌ ঘৰৰ ভিতৰলৈ কোব ললে। দুৱাৰ মুখত থকা পুলিচবোৰক ঠেলি ভিতৰ সোমাই ল'ৰাটি কোলাত লৈ ওলাই আহিল। হাবিলদাৰজন অসমীয়া মানুহ আছিল। তেঁৱেই হেনো পুলিচজনক ধমক দিলে আৰু বহুতো গালি গালাজ কৰিলে—অসমীয়া তিৰোতাৰ গাত হাত তোলা বুলি।

মুহূৰ্ততে চাৰিওপিনে কথাটো বিয়পি পৰিল, শৰ্মাৰ পৰিবাৰক পুলিচে মাৰিলে বুলি। কথাটো ওপৰৱালাৰ কাণতো পেলোৱা হৈছিল। কিন্তু একো ফল নহ'ল। আকৌ খবৰ জানিব পাৰিলোঁ যে বৰনগৰৰ সন্দেহযুক্ত ডেকাবোৰক দলে দলে হাত-কেৰেয়া লগাই হাজতত ৰাখিবলৈ ধৰিছে। প্ৰতিদিনে মটৰেৰে বৰপেটালৈ অসংখ্য মানুহ চালান দিছে। তিৰোতাৰ ওপৰতো অত্যাচাৰ কম হোৱা নাই। বহুতক লাঠিৰে কোবাই জখম কৰাৰো খবৰ পালোঁ। মুঠৰ

ওপৰত গোটেই বৰনগৰতেই ইংৰাজ চৰকাৰে কুৎসিৎ দমননীতি চলাবলৈ আৰম্ভ কৰিছে। পাইকাৰী জৰিমনাও আদায় কৰাত লাগি গৈছে।

মোৰ ঘৰৰ সকলো সম্পত্তি "এটাচ্" কৰি লৈ গ'ল। কাঁহ-পিতলৰ আটাইবোৰ বাচন-বৰ্তন, চকী-মেজ, সাতখন ছালপীৰা, ভাত খোৱা পীৰা, কাপোৰেৰে সৈতে বাকচবোৰ, এনেকি ভাতবন্ধা কেৰাহিবোৰ লৈ গ'ল। গাড়ী টনা বলদ দুহাল, ১৫ টকা মানতে নীলাম কৰিলে। খীৰতী গাই চাৰিজনী কি কৰিলে তাৰ একো খবৰেই পোৱা নগ'ল। কিছুমান বস্তুৰ তালিকা কৰিছিল যদিও, ভাল ভাল দামী বস্তুৰ একো তালিকা নাই, বিশেষ কাঁহৰ বাচন কিছুমান, গাই চাৰিজনীৰ ভিতৰত এজনী তালিকাত আছে। সেইজনীও কোনে নিছে তাৰ একো খবৰ নাই। নীলামো কৰা নাই, কিন্তু তালিকাত পোৱা যায়। "কিপ্‌চেক্ ঘৰী, চোৱান পেন আৰু গিলেট চেক্‌টি ৰেজৰ, ধুনীয়া বটা, থগী বাটিবোৰৰ একো তালিকাত নাই। মুঠৰ ওপৰত ঘৰৰ বস্তুবোৰৰ সকলোবিলাক গাড়ীত বোজাই দি থানালৈ নিছে। ৰন্ধা বা খোৱা সাজবাচন ঘৰত একো নোহোৱা হ'ল। ইয়াৰ উপৰিও দিনে ৰাতিয়ে কিমান পুলিচৰ জুলুম সহ্য কৰিব। সেই সময়ত মোৰ সৰু মাজু ভতিজা শ্ৰীউমাকান্ত শৰ্মাই আহি অলপ সহায় কৰিলে। মোৰ পৰিয়ালৰ সকলোটিকে ডাঙৰ ভতিজা শ্ৰীভবেন্দ্ৰৰ ঘৰলৈ লৈ গ'ল। সেই সময়ত ভবেন্দ্ৰই পাটাছাৰকুছিত নতুন ঘৰ সাজিছিল। মোৰ নিজৰ ঘৰবোৰ তলা মাৰি এৰি থৈ গ'ল।

কিন্তু তাতো গৈ পুলিচে জুলুম লগালে। এদিন ৰাতি আমাৰ আত্মীয় এঘৰত প্ৰসৱৰ সন্ধি হৈছে। মোৰ ভতিজাৰ নিচেই ওচৰতে তেওঁলোকৰ ঘৰ। পুলিচবোৰে দুয়ো ঘৰকে ঘেৰাও কৰি তিৰোতা-বোৰক ঘৰৰপৰা বাহিৰ উলিয়াই দিলে, কিন্তু আসন্নপ্ৰসৱা তিৰোতা-গৰাকী কেনেকৈ বাজ হয়। সিহঁতে প্ৰায় জোৰ কৰিয়েই বাহিৰ



কৰি দি ঘৰ খানাতালচ কৰিলে। কোনো সভ্য চৰকাৰে এনে অত্যাচাৰ সমৰ্থন কৰিব নোৱাৰে। ইংৰাজ চৰকাৰেও এনে নিষ্ঠুৰ আদেশ দিয়াটো সম্ভৱ নহয়। এইবোৰ নীচমনা কৰ্মচাৰীবোৰৰ স্বেচ্ছাচাৰিতা মাথোন।

এইবোৰ খবৰ শ্ৰীচন্দ্ৰৰ মুখে শুনি মনত বৰ দুখ লাগিল। আকৌ বৰপেটা জিলা কংগ্ৰেছে মোৰ সাহায্যৰ বাবে শ্ৰীমধুসূদন বাবুৰ হাতত টকা পঞ্চাশটা পাঠিওৱা বুলি শুনিলোঁ। তেখেতে মোক বিচাৰি নাপালে। গতিকে টকাও মই নাপালোঁ। আন হাতে মিলিটাৰীয়ে মোৰ প্ৰতিটো ঘৰৰ তলা ভাঙি ঘৰবোৰ দখল কৰিছে। বাগানৰ গছ-গছনিবোৰ কাটি থাস্তাং কৰিছে। সকলো মাথোঁ নীৰৱে শুনি এটি হুমুনিয়াহ কাঢ়িলোঁ।

সন্ধিয়া সময়ত শ্ৰীচন্দ্ৰ আৰু প্ৰতাপ দুয়ো আকৌ ৰঘুনন্দনপুৰলৈ ফিৰি গ'ল। লগতে শ্ৰীদীপনাৰায়ণো গ'ল। তেওঁলোক যোৱাত মনটো যেন অলপ চঞ্চল হৈ উঠিল। অলপ পিছতে শ্ৰীশৰৎচন্দ্ৰ গোস্বামীয়ে কেইজনমান ডেকাৰে সৈতে আহি মোৰ লগত দেখা কৰিলে। তেখেতক লগ পাই মনৰ গতি অলপ পৰিবৰ্তন হ'ল। হাঁহি মুখে তেখেতক সম্ভাষণ জনাই মিটিঙত কি স্থিৰ কৰা হ'ল সুধিলোঁ।

তেখেতে গম্ভীৰভাৱে কলে, যে আজি ৰাতিয়েই শালমাৰা থানা ধ্বংস কৰা হব। গতিকে ময়ো হেনো তেখেতসকলৰ এই অভিযানত সহায় কৰিব লাগিব। মই দ্বিৰুক্তি নকৰাকৈ ৰাজী হলোঁ।

তেখেতসকলে আগতেই সিদ্ধান্ত কৰি আহিছে যে খকৰপুৰৰ সদৰ ৰাস্তাতেই সকলো ৰাইজে সমবেত হব। খুটাঘাট অঞ্চলৰ ৰাইজো আহি তাতেই গোট খাব। কথাষাৰ শুনি বৰ ভাল লাগিল। গোস্বামীক বিদায় দিলোঁ। তেখেতৰ ঘৰ শালবাৰী গাঁৱত। অলপ পিছতে গোস্বামীৰ ঘৰত গৈ উপস্থিত হলোঁ। গৈ দেখোঁ তাত এজনো মানুহ নাই। তাৰপৰা ওলাই আহি বেচিমাৰিলৈ ৰাওনা হলোঁ।

কিছু দূৰ গৈ বাটতে তেখেতক লগ পাই খবৰ কি সুধিলোঁ। মানুহ দেখো এজনো নাই। তেখেতে লজ্জিতভাৱে মোক কলে যে ইমান ৰাতি বটিয়ামাৰীৰ বাইজে দূৰলৈ যাব নোখোজে। গতিকে কামটো নহব। হতাশ হৈ ফিৰি আহিলোঁ। শালমাৰা থানা অক্ষত ৰ'ল।

পিছত শুনিলোঁ অভয়াপুৰী আৰু খুটাঘাট অঞ্চলৰ ৰাইজ হেনো যথা সময়ত নিৰ্দিষ্ট ঠাইত সমবেত হৈছিল। কিন্তু চালকৰ অভাৱ আৰু বটিয়ামাৰী ৰাইজৰ অনুপস্থিতিত নিৰাশ হৈ শেষ ৰাতি তেওঁলোক ঘৰা-ঘৰি গুচি যায়। শালবাৰীৰপৰা যেতিয়া পঁচাগাঁও পাওঁ, তেতিয়া ৰাতি প্ৰায় দহ বাজিছে। ঘৰ পোৱা মাত্ৰেই ভাত হোৱাৰ খবৰ আহিল। মুখ-হাত ধুই ভাত খাবলৈ ডাঙৰ ঘৰত সোমালোঁ। বাকীবোৰে খাইছে, মোৰ ভাত মজিয়াতে ঢাকি ৰাখিছে। অকলে ভাত খাই উঠি আহিলোঁ।

শ্ৰীভবানী চক্ৰৱৰ্তীয়ে মোক যথেষ্ট অভ্যৰ্থনা কৰিলে। তেওঁৰ সহধৰ্মিনীও বেছ বাংগালী তিৰোতা। কথা বেছ মাৰ্জিত। বন্ধা বঢ়াটো পাকৈত। তাত থকা দিন কেইটা তেওঁ বং-ধেমালিৰে মোৰ মনৰ দুখ লাঘৱ কৰি ৰাখিছিল। আগতে তেওঁ বৰ তামচা প্ৰিয় মহিলা আছিল। মই যোৱাৰ দুমাহমান আগতে মানসী নামৰ তেওঁৰ ডাঙৰ ছোৱালী ঢুকাইছে। তাইক শালকোচাত বিয়া দিছিল। ছোৱালীজনীৰ মৃত্যুত তেওঁ বৰ শোক পাইছে। তথাপি মুখত হাঁহি নুগুচে। তেওঁলোকৰ ঘৰত প্ৰায় বাৰ দিন কটালোঁ।

এদিন দুপৰীয়া চক্ৰৱৰ্তীয়ে মোক কলে, "সৌ পথাৰখনত এজন সাধু আজি দুমাহমানৰপৰা আছে। তাত বাঘ-ভালুক বহুত আছে। তেওঁ সেইবোৰৰ লগতেই ইমান দিন কটাই আহিছে। গাঁৱৰ মানুহে তেওঁক যথেষ্ট সহায় আৰু ভক্তি কৰে। তেওঁ যে ভণ্ড নহয়, ব্যৱহাৰতেই অনুমান কৰিব পাৰি। ইচ্ছা কৰিলে এবাৰ দেখা কৰি যাব পাৰে।" মই তৎক্ষণাৎ ৰাজী হলোঁ আৰু তেওঁকো মোৰ লগত যাবলৈ কোৱাত সন্মত হ'ল।



পিছ দিনা উভয়ে ছাতি একোটা সম্বল লৈ পাহাৰৰ পিনে খোজ ললোঁ। অটব্য হাবিৰ মাজত মানুহ অহা-যোৱা কৰা মাত্ৰ এটা বাট। সেই বাটেৰে এমাইলমান পাহাৰ বগাই গৈ সাধু পুৰুষৰ আশ্ৰম দেখা পালোঁ। এডাল শাল গছৰ তলত এখন সৰু খেৰৰ চাল; চাৰিটা খুটাৰে থিয় কৰি ৰাখিছে। বতাহ বৰষুণ হলে ইয়াত কেনেকৈ থাকে বুলি চিন্তা কৰিবলৈ ধৰিলোঁ। সন্ন্যাসীয়ে পগলাৰ দৰে হোঃ হোঃ কৈ উন্মাদ অট্টহাঁহি মাৰিলে। মই চক্ খাই উঠিলোঁ। ভাবিলোঁ মোৰ মনৰ কথাৰেই এই প্ৰত্যুত্তৰ নেকি? সন্ন্যাসীয়ে আগৰেপৰাই চক্ৰৱৰ্তীক চিনি পায় আৰু তেওঁৰ লগত ঘনিষ্ঠতাও আছে। তেওঁ লাহেকৈ বহিবলৈ কলে। আমি শুকান খেৰৰ ওপৰত বহি পৰিলোঁ। তেওঁ পকা অমিতা এটা উলিয়াই কাটিবলৈ ধৰিলে। সন্দিগ্ধভাৱে মোৰ মুখৰ পিনে ঘণাই চাবলৈ ধৰিলে অলপ পিছত আমাক অমিতা খাবলৈ দিলে কাতুৰিৰ পাতত। তেওঁ পুনৰ হোঃ হোঃ কৈ হাঁহি উঠিল। মই আচৰিতভাৱে তেওঁৰ মুখৰ পিনে চাই থাকিলোঁ। অলপ পৰ টলকা মাৰি থাকি তেওঁ হিন্দীৰে মোক কবলৈ ধৰিলে, যে মোৰ কোনো ভয় নাই। সকলো ঠিক হৈ যাব। মই চক্ খাই উঠিলোঁ। এওঁ মোৰ অৱস্থাৰ বিষয়ে গম পাইছে নেকি? উগুল-থুগুলভাৱে সাধুজীক প্ৰশ্ন কৰিলোঁ। বাবা! আপুনি কি কৈছে, মই ভালকৈ বুজি পোৱা নাই। মোক ভালকৈ বুজাই কওক। তেওঁ একো উত্তৰ নিদি পুনৰ হাঁহি দিলে। আমি স্থিৰভাৱে তেওঁৰ মুখলৈ চাই থাকিলোঁ কিবা উত্তৰ পাম বুলি। কিন্তু তেওঁ গম্ভীৰভাৱ ললে। তেওঁ বিৰক্ত হোৱা যেন পাই উত্তৰ পোৱাৰ আশা এৰি যাবলৈ ওলালোঁ। আমি সেৱা জনাই তেওঁৰ ওচৰত বিদায় মাগিলোঁ। তেওঁ হাঁহি মুখে মোক পুনৰ আহিবলৈ কলে। ময়ো আহিম বুলি কৈ ঘৰমুৱা হলোঁ।

বাটত চক্ৰৱৰ্তীয়ে মোক কলে যে সাধুজন বাস্তৱিকতে সাধক।

মই বৰ চিন্তান্বিত মনেই খোজ লৈছিলোঁ। তেওঁৰ কথাই চিন্তাৰ যেন বাধা জন্মালে। তেওঁৰ কথাকে দোহাৰিময়ো কলো সাধুজন বাস্তৱিকেই সাধক। মনত দৃঢ়ভাৱ ললোঁ, কালিলৈ নিশ্চয় তেওঁৰ ওচৰলৈ যাম।

পিছ দিনা সাধু দৰ্শনৰ বাবে আমি দুয়ো পুনৰ খোজ ললোঁ। তাত গৈ দেখিলোঁ তেওঁৰ কমণ্ডলু, চিমটা, ধুনী সকলো আছে; কিন্তু তেওঁ নাই। আহিব আহিব বুলি প্ৰায় দুঘণ্টা অপেক্ষা কৰিলোঁ। পাহাৰৰ চৌপাশে চালোঁ, কিন্তু তেওঁক দেখা নাপালোঁ। সন্ধ্যাও হৈ আহিল মনত ভয়ো লাগিছে। জানোচা বন্য জন্তুই আহি দেখা দিয়ে। গতিকে তেওঁলৈ আৰু অপেক্ষা নকৰি ঘৰলৈ উভতিলোঁ। মনত এটা হতাশ আৰু অশান্তিৰ ভাৱ লৈ ঘৰ পালোঁগৈ, হয়তো মোৰেই দুৰ্ভাগ্যবশতঃ তেওঁক লগ পোৱা নহ'ল।

## স্থান পৰিবৰ্তন

দুনাই সেই সাধুৰ লগত মোৰ দেখা নহ'ল। কিয়নো মই আৰু ইয়াত নাথাকোঁ। ভটিয়াই যাবলৈ প্ৰস্তুত হৈছোঁ। সিদিনা ৰাতিয়েই চক্ৰৱৰ্তীৰ লগত মোৰ ভৱিষ্যৎ বিষয়ে আলোচনাত বহিলোঁ। তেওঁ আগতে প্ৰগ্ৰেম ঠিক কৰি ৰাখিছে। প্ৰথমে ভিতৰুৱা ৰাস্তাৰে শালকোচাত ওলাব লাগিব। তাত তেওঁৰ জোঁৱায়েকৰ ঘৰত এৰাতি থাকি হাকামালৈ যাব লাগিব। তাত তেওঁৰ ভাগিন জোঁৱায়েক শ্ৰীপ্ৰফুল্ল চক্ৰৱৰ্তীৰ হাতত মোৰ দায়িত্ব অৰ্পণ কৰি তেওঁ ফিৰি আহিব। শ্ৰীপ্ৰফুল্ল চক্ৰৱৰ্তী খাটি কংগ্ৰেছী মানুহ।

বটিয়ামাৰীৰ পঁচাগাঁৱৰপৰা শালকোচালৈ ১৫ মাইল দূৰ। চৈমাৰী



বাগানৰ মাজেৰে। ভিতৰুৱা ৰাস্তাৰে যাব লাগিব। চক্ৰৱৰ্তীয়ে তেওঁৰ ছোৱালী জীয়াই থকা অৱস্থাত খৰালিহে সেই বাটেৰে অহা-যোৱা কৰিছিল। বাৰিষা সেই বাটৰ অৱস্থা কেনে হয়তেওঁ নাজানে। প্ৰথমে সদৰ ৰাস্তাৰে যাব পৰা বুলি তেওঁ সাহ কৰিছিল। পিছত খবৰ লৈ জানিব পাৰিলোঁ যে বহলপুৰ ঘাটত আৰু চাপৰত পুলিচ থাকে। গতিকে সেই আশা এৰিলোঁ। ময়ো যমৰ দক্ষিণ দুৱাৰেৰেও যাবলৈ প্ৰস্তুত, তথাপি সদৰ ৰাস্তাৰে নহয়।

আমি কালিলৈ ৰাতি পুৱাতেই ৰাওনা হম। তেওঁ মোক ভিতৰুৱা ৰাস্তাটোৰ চমু আভাস দিলে। চৈমাৰী বাগানৰ মাজে, মাজে এটা নতুন ৰাস্তা পাহাৰৰ কোলাৰ গাঁওবোৰলৈ বগাই গৈছে। সৰু সৰু কেইখনমান পাহাৰ ধীৰ বিলৰ দাঁতিত আছে। পূব পিনে পাৰ মনিব নোৱাৰা ধীৰ বিল। বিলৰ ডেৰ মাইল মান পূবে চাপৰ বজাৰ। আমি যাব লাগিব বিলৰ পশ্চিম পাৰেদি পাহাৰৰ দাঁতিয়ে দাঁতিয়ে। এখন গাৰো বস্তি পাৰ হৈ, শালকাঠৰ জাৰণিৰে শাল-কোচাত ওলাব লাগিব। বাৰিষাৰ বাট কেনে হব ভগৱানেহে জানে। কিন্তু গত্যন্তৰ নাই।

পিছ দিনা ৰাতি পোহৰ হোৱাৰ লগে লগে চাহ এটুপি খাই আমি ৰাওনা হলোঁ। প্ৰায় দুই মাইল গৈ এখন নৈ পালোঁ। নাম চম্পা। ঘাটৈক মাতি আনি পাৰ হলোঁ। নদীৰ আধা মাইলমান পশ্চিমে চৈমাৰী বাগান। বাগানৰ মাজেৰে, তাৰ অফিচবোৰৰ কাষেদি আমি নিৰ্ভয়ে খোজ মেলিলোঁ। কেৰাণী-মহৰীবোৰে অৱশ্যে আমালৈ চাইছিল, কিন্তু এটো প্ৰশ্ন কৰা নাছিল। অলপ দূৰ গৈ বুজিলোঁ যে বাৰিষা এই বাটেৰে মানুহ অহা-যোৱা নকৰে। বাগান পাৰ হৈ পালোঁ অটব্য হাবি। আগৰ নামমাত্ৰ বাটৰ চিন অনুমান কৰিব পাৰি। সেই হাবিয়নি পাৰ হৈ নতুন ৰাস্তাত উঠিলোঁ গোটেই ৰাস্তাটো পানীত ডুব গৈ আছে। প্ৰবল সোঁতত আলিটো

ঠায়ে ঠায়ে ছিগি একোটা সৰু নদীৰ দৰে হৈ পৰিছে আৰু গোটেই ৰাস্তাটোৰ দুয়ো কাষে জঙ্গলে আগুৰি ধৰিছে। মানুহ যাতায়াত কৰা কোনো চিন-চাবেই নাই। ভাব হ'ল, এই ৰাস্তাৰে যোৱাটো তেনেই সহজ নহব। ৰাস্তাৰ অৱস্থা দেখি চক্ৰৱৰ্তীৰো মুখ শেঁতা পৰি গ'ল। কিন্তু নিৰুপায়। সেই আলিৰে যাবই লাগিব। কিছু দূৰ গৈ এটা প্ৰকাণ্ড আলি ছিগাৰ প্ৰৱল সোঁত পালোঁ। এনেকৈ প্ৰায় দহ বাৰটা আলিছিগা পাৰ হব লাগিব। 'পানী ক'ৰবাত এবুকু, ক'ৰবাত কঁকাল আৰু ক'ৰবাত অথাৰনি। প্ৰত্যেক আলি-ছিগাতেই সোঁতৰ তীব্ৰতা লক্ষ্য কৰিব লগীয়া। চক্ৰৱৰ্তীয়ে সাঁতুৰিব নাজানে; প্ৰবল সোঁত দেখি আগুৱাই যাবলৈ সাহ নকৰা হ'ল। মই তেখেতক অভয় দি, অলপ জোৰ দিয়েই কলোঁ; ভয় নাখাব মই ইয়াতকৈও ডাঙৰ সুঁতিবোৰ পাৰ হৈ আহিছোঁ। আমি অনায়াসে পাৰ হব পাৰিম। মই অৰণ্যে সাঁতুৰিব ভাল জানো। সাঁতুৰিবলৈ পানী বেছি বহল নহয়; প্ৰায়বোৰেই দহ পোন্ধৰ ফুট হব। আমি কাপোৰ-সলাই ললোঁ। পিন্ধা কাপোৰবোৰ চুটকেছত ভৰাই লৈ পাৰ হবলৈ সাজু হলোঁ। মই প্ৰথমে নামিলোঁ। দেখো পানী অথাউনি, মাজডোখৰ ভীষণ গভীৰ। উভতি আহি মোৰ বিছনাখন আৰু চুটকেছটো এখন হাতত লৈ আনখন হাতেৰে সাঁতুৰি পাৰ হলোঁ। তেওঁ সিপাৰতেই ৰৈ গ'ল। একো উপায় নেদেখি মোৰ বস্তুখিনি জঙ্গলৰ ওপৰত থৈ এটা গছৰ ডাল ভাঙি ললো। আৰু ককাল পৰ্যন্ত পানীলৈ নামি গৈ ডালটো তেওঁলৈ আগবঢ়ালোঁ। তেওঁকো কঁকাল মান দলৈ নামি ডালটোত সাৱধানে ধৰিবলৈ কলোঁ। মই এঁকে চাবে তেওঁক ইপাৰলৈ টানি আনিলোঁ। এনেভাৱে চাৰিটামান অথাউনি সুঁতি পাৰ হলোঁ। বাকীবোৰত পানী কম—এঁকঁকাল, এবুকু। শেষত এটা প্ৰায় বিশ ফুট বহল সুঁতি পালোঁ। পানী কম, কিন্তু সোঁত বৰ প্ৰৱল। মই সহজে পাৰ হলোঁ। তেওঁ কিন্তু



পাৰ হব খোজোঁতেই হঠাৎ সোঁতৰ কোবত বাগৰি পৰিল। মই লৰি গৈ তুলিলোঁ। যদিও তেওঁ দুঢোকমান পানী খালে। পাৰ পাই অস্থিৰভাৱে কবলৈ ধৰিলে যে আজি ঈশ্বৰেহে ৰক্ষা কৰিলে। নহলে মৰিছিলেই। মোৰো বৰ বেজাৰ লাগিল। মহাপাপীৰ লগত যমদূতৰ শাস্তি বুলি যে ঘৰুৱা কথাত কয় আজি তাক মৰ্মে মৰ্মে অনুভৱ কৰিলোঁ। মোৰ কৃতকৰ্মৰ বাবে আনক ইমান দুখ কষ্ট দিয়াটো কোনোমতে উচিত হোৱা নাই। কিন্তু কি কৰিম! উপায়ো নাই।

তেওঁ মোৰ মনৰ গধুৰতা অনুমান কৰি হাঁহি হাঁহি কবলৈ ধৰিলে, "আপুনি ইমান ভাবিছে কিয়? কষ্ট খাব লাগিব বুলিতো আগতেই জানো। আপোনাক নিৰাপদ ঠাইত এৰি অহাটো মোৰ কৰ্তব্য। এতিয়া ব'লক। ওচৰৰ সেই গাঁওখনলৈ। আগেয়ে মোৰ যজমান আছিল। অহা-যোৱা বেছ কষ্ট। সেই বাবে এতিয়া এৰি পেলাইছোঁ। শালকোচাৰ বামুণে এতিয়া সিহঁতৰ শ্ৰাদ্ধাদি কৰে। কিন্তু আজিও সিহঁতে মোক যথেষ্ট সন্মান কৰে।"....আমি যিটো আলিছিগাৰ পাৰত কথা-বতৰা কৈছোঁ, তাৰপৰা গাঁও পৰ্যন্ত আৰু আলিছিগা নাই। ৰাস্তাটোও ওখ। অলপ অচৰপ পানী পাইছোঁ যদিও প্ৰতিবন্ধকতা তাত একো নাই। আধা মাইলমান আঁতৰত, পাহাৰৰ কোলাতেই গাঁওখন অৱস্থিত। শ্ৰান্ত-ক্লান্ত দেহাটো কোনোমতে টানি নি গাঁওখনত সোমালোঁ।

গাঁওখনৰ অৱস্থা দেখিয়েই অসমীয়া দুখীয়া ৰায়তৰ বিলাই আৰু শোষণকাৰী জমিদাৰসকলৰ উদাসীনতাৰ জ্বলন্ত প্ৰমাণ পালোঁ। ঘৰৰ দুৱাৰমুখৰপৰাই পানী আৰু বোকা, প্ৰতিঘৰ মানুহৰ সন্মুখত এটা পানী খোৱা খাল,—নাদ বা পুখুৰীৰ ব্যৱস্থা সমূলি নাই। পানীৰ অৱস্থা তেনেই দুখ লগা। কিন্তু মাটিবোৰ বৰ সাৰুৱা। গছ-গছনিৰ চেহেৰা মনোৰম। দুখৰ বিষয় গাঁওখনৰ নামটো আজি পাহৰি গৈছোঁ।

বোকা-পানী খচি এঘৰ মানুহৰ চোতালত ওলালোঁ। চক্ৰৱৰ্তীয়ে চোতালত থিয় হৈয়েই মাত লগালে। "বাই! আছে নে?" এগৰাকী আদহীয়া তিৰোতা ওলাই আহিল। আমাক তিতি-বুৰি অহা দেখি তেওঁ বিচুৰ্তি খালে। "অ আই, ভৱানী দেখোঁ। ক'ৰপৰা আহিলি?" —আদি নানা প্ৰশ্ন কৰিলে। তেওঁ বাহিৰৰ ঘৰটোত দুখন পীৰা দি আমাক বহিবলৈ কলে। হাত ভৰি ধুবলৈ পানীও এবাটি দিলে। আমি হাত-মুখ ধুই কাপোৰ সলালোঁ। তেওঁ আমাৰ অৱস্থা দেখি উখোৱা চাউল এসেৰ মান ভাজি তাৰে চিৰা তৈয়াৰ কৰিলে। এনেতে ঘৰৰ বুঢ়াজনো আহি উপস্থিত হ'ল। তেওঁ গৰু মেলিবলৈ গৈছিল। চক্ৰৱৰ্তীক দেখি হাঁহি এটিৰে প্ৰশ্ন কৰিলে; "বামুণ! ক'ৰপৰা আহিলি অ'?" তেওঁ উত্তৰ দিলে; "ঘৰৰপৰাই আহিলোঁ। শালকোচালৈ যাম।" বুঢ়া আচৰিত হ'ল। "আহিলি কেনেকৈ? এই ভৰ বাৰিষা, এই বাটেৰে যমেও যাবলৈ ভয় কৰে।" চক্ৰৱৰ্তীয়ে পুনৰ উত্তৰ দিলে যে ইমান বেয়া ৰাস্তা বুলি জনা নাছিল। সেয়েহে আহিছো। বুঢ়াই মোলৈ চাই সুধিলে, "এওঁ কোন?" চক্ৰৱৰ্তীয়ে কলে; "মোৰ আত্মীয়। এৰোঁ শালকোচালৈ যাব।"

এনেকৈ কথা-বতৰা হৈ থাকোঁতেই, ঘৈণীয়েকে দুটা বাটিত চিৰা আৰু মাটিৰ সাজ এটাত গাখীৰ, ছুলোটা পানী আৰু এবাটি পেৰা মিঠৈ আনি আমাৰ আগত দিলে। কঠোৰ পৰিশ্ৰমত আমাৰ পেটত জুই জ্বলিছিল। ভগৱানে মিলাইছে যেতিয়া তাৰ সদ্ব্যৱহাৰ নকৰি থাকোঁ কেনেকৈ? পেটৰ পোৰণিত আৰু কোনো পিনে লক্ষ্য নকৰি গোগ্ৰাসে গিলিবলৈ ধৰিলোঁ। খোৱা শেষ কৰি তামোলচালি খাই আকৌ যাবলৈ সাজু হলোঁ। চক্ৰৱৰ্তীয়ে বুঢ়াক বাটৰ কথা সুধিলে। কোন বাটেৰে গ'লে সুবিধা হব। বুঢ়াই কলে, 'আগৰ পুৰণা বাটেৰে যাব নোৱাৰি। পাহাৰৰ কাষেৰে গৈ ঘুৰি ধীৰ বিলৰ দাঁতিৰে গৈ গাৰো বস্তি ওলাব লাগিব। তাৰ পিছত পাবি শাল কাঠৰ জাৰনি। সেই



জাৰনি পাৰ হৈ বিলৰ পাৰত মণ্ডলৰ ঘৰ পাবি। তেৱেঁ নাৱেৰে বিলটো পাৰ কৰি দিব। সিপাৰ হৈ দুমাইলমান গলেই শালকোচা পাবি।'....চক্ৰৱৰ্তীয়ে এই বাটটো চিনি নাপায়। তথাপি যাব ওলালোঁ। বুঢ়াক সম্ভাষণ জনাই ঈশ্বৰৰ নাম লৈ পূবৰ পিনৰ পাহাৰখনলৈ লক্ষ্য কৰি যাত্ৰা কৰিলোঁ। গাঁও পাৰ হৈ এখন ৰোৱাতলি পথাৰ পালোঁ। পথাৰখন এনে ধৰণৰ যে মাটিবোৰ ঠিক যেন আলকাতৰা আৰু হাল নোবোৱাকৈয়ে বোকাত আঠুলৈ ভৰি সোমায়। পথাৰত কাম কৰি থকা মানুহবিলাকৰপৰা জানিব পাৰিলোঁ যে তাত হাল বাব নালাগে, মাথো দল ঘাঁহবোৰ টানি ৰোৱাতলিৰ আলিৰ দৰে সজাই ৰুই যাব লাগে। পাহাৰৰ দাঁতিৰ মাটি বৰ সাৰুৱা। ভাদ মাহৰ শেষ সপ্তাহৰপৰা গোটেই আহিন মাহটোৱেই হ'ল ৰুৱাৰ সময়। নহলে তাত ধান নাপায়। খেৰহে পায়। আহিন মাহত ৰুলে প্ৰতি বিঘাত প্ৰায় পোন্ধৰ মোন ধান হয়। ঠাইখিনি শিক্ষাত পাছ পৰা হলেও তাত একোৰে অভাৱ নাই। ধান যথেষ্ট পৰিমাণে উৎপন্ন হয়। মাছ গাখীৰো বেছি পৰিমাণে পোৱা যায়। খেতিৰ পেৰা মিঠৈ, বাগানৰ শাক-পাচলি যথেষ্ট; বিশেষকৈ অমিতা গছবোৰ চাব লগীয়া। একোটা অমিতা একোটা কোমোৰাৰ নিচিনা ডাঙৰ হব। মাথোঁ তাত যাতায়াতৰ অসুবিধা, বিশেষকৈ বাৰিষা।

আৰু এটা দুখ লগা কথা যে মাটিবোৰৰ প্ৰায় তিনিভাগেই শালকোচাৰ ধনী মহাজনসকলৰ। খৰালি প্ৰায় ২৫০ গাড়ী ধান সেই ঠাইৰপৰা মহাজনসকলে লৈ যায়। তথাপি গাঁৱত অভাৱে দেখা দিয়া নাই।

যেতিয়া আমি গাঁও এৰি যাবলৈ ওলালোঁ, তেতিয়া প্ৰায় বেলা ১১ বাজিছে। দুয়ো পথাৰ পাৰ হৈ পাহাৰত উঠিলোঁ। অলপ গৈয়েই এঘৰ গাৰো পালোঁ। তাক বাটৰ কথা সোধাত সি তাৰ চোতালেৰেই বাট দেখুৱাই দিলে। প্ৰথমে ভাবিলোঁ, ঠাট্টা কৰিলে নেকি? পিছত

দেখিলোঁ ঠাট্টা নহয়। তাৰ চোতালেৰেই যাব লাগিব। নহলে আৰু বাট নাই। বাটৰ আকৃতিহে দেখা যায়। তাক বাট বুলিব নোৱাৰি। তথাপি সেই বাটেৰেই যাব ধৰিলোঁ। ধীৰ বিলৰ পশ্চিম পাৰতেই পাহাৰখন। পাহাৰৰ ওপৰৰপৰা পাৰ মনিব নোৱাৰা ধীৰ বিলৰ দৃশ্য বৰ মনোৰম। প্ৰায় দুমাইলমান গৈ সমভূমিত গাৰো বস্তি দেখিবলৈ পালোঁ। সেইখিনিতেই আমাৰ বাটৰ আউল লাগিল। যিটো বাট শালকোচালৈ গৈছে সেইটো সিমান মুকলি নহয়; সাধাৰণ হাবিৰে ভৰা, দ্বিতীয় বাটটো শাল কাঠৰ জাবৰ পিনে গৈছে। বেছ মুকলি। যাতায়াতৰ ভাল সুবিধা আছে। আমি আচল বাট এৰি জাবৰ পিনে যোৱা বাটেৰে গৈ আছোঁ দুই আঢ়ৈ মাইলমান গৈয়েই পালোঁ প্ৰকাণ্ড জাবৰ। শালকোচালৈ যোৱা বাট প্ৰায় তিনি মাইল উত্তৰে ৰ'ল। গাৰো বস্তিলৈ গৈ সোধা হলে ইমান বিপদ হব নাপায়। ভুলতে নিজৰ বিপদ নিজে চপাই ললোঁ।

মই সন্দেহযুক্তভাৱে চক্ৰৱৰ্তীক সুধিলোঁ, বাট ভুল কৰা নাইতো? তেওঁ গম্ভীৰভাৱে কলে, "আহক, ঠিকেই আহিছোঁ, ভয় নাই।" মই জীৱনত এইবোৰ ঠাই দেখা নাই। কাজেই তেওঁৰ ওপৰতে নিৰ্ভৰ কৰি যাবলৈ ধৰিলোঁ। আমি যোৱা বাটটো ঠিকাদাৰসকলে কাঠ উলিওৱা বাট। সদায় গাড়ী-গৰু-ম'হ চলাচল কৰি থাকে। তাৰ ওপৰত পাহাৰুৱা টান মাটি। বোকা-পানী নাই। গতিকে ৰাস্তাৰ দৰে হৈ পৰিছে। তেতিয়া আমি জাবৰ মাজ সোমালোঁ। দেখিলোঁ অসংখ্য বাট। সেইবোৰ চৌদিশে গাড়ী অনা নিয়া কৰা। কোনটো বাট এৰি কোনটো ধৰিম উপায় বুদ্ধি নোহোৱা হ'ল। প্ৰকাণ্ড জাবনি। মানুহৰ তাত সাৰ সুৰ নাই। এই জনপ্ৰাণীহীন জঙ্গলত উভয়ে বিপাঙত পৰিলোঁ। গাৰো বস্তিও প্ৰায় চাৰি মাইল আঁতৰত ৰৈ আহিল। সূৰ্যটো ঠিক মূৰৰ ওপৰত। ভাদ মহীয়া দিন। অনুমান এক বাজিছে। জাবনিখন দীঘে-পুতলে কিমান হব একো তৎ ধৰিব



নোৱাৰি। যি বাটেৰে আমি আগ বাঢ়ো আধা মাইলমান গলেই পাওঁ পুনৰ জঙ্গল আৰু গহ্বৰ। সেইটো বাট এৰি আন বাটেৰে যাওঁ, তাতো পাওঁগৈ বেতৰ জাবনি আৰু নামনিত দলনি বিল। যিটো বাটেৰে গৈছিলোঁ, সেইটোও হেৰাইছে। উলটি যাবৰো উপায় নোহোৱা হ'ল। প্ৰতিতো বাটতেই বাঘৰ খোজ দেখা গ'ল। তেতিয়াহে চক্ৰৱৰ্তীৰ মূৰ ঘূৰি গ'ল।

মূঠৰ ওপৰত আমি দিগ্‌ভ্ৰষ্ট হোৱাৰ দৰে জাবৰ মাজতেই ঘূৰিবলৈ ধৰিলোঁ। তিনি ঘণ্টামান পগলা মানুহৰ দৰে ঘূৰি ঘূৰি হতাশ হৈ পৰিলোঁ। ইপিনে বেলিও পৰি আহিল। আমাৰ মুখ শুকাই গ'ল। অন্তৰে অন্তৰে ভাব হ'ল, আজি বাঘৰ মুখত প্ৰাণ যাব।

ভাগৰত অস্থিৰ হৈ চক্ৰৱৰ্তীক আৰু নোৱাৰো বুলি কলোঁ। এই শাল গছৰ তলতেই ক্ষন্তেক বিশ্ৰাম লোৱা যাওক। হতাশভাৱে বহি পৰিলোঁ। এনেতে দুজন নেপালীয়ে পিঠিত প্ৰকাণ্ড বোজা লৈ সেই বাটেৰে অহা দেখা পালোঁ। আমাক দেখি সিহঁতে সন্দেহ যুক্তভাৱে থিয় হ'ল। আগুৱাই আহিব নোখোজে। ময়ে সিহঁতক মাত লগালোঁ "দাজু! আমি বাট হেৰুৱাইছোঁ। শালকোচালৈ যোৱা বাটটো আমাক দেখুৱাই দিয়া। তেতিয়াহে সিহঁতে লাহে লাহে আমাৰ ওচৰ চাপিল। মই আকৌ কলোঁ। "দাজু! আমাক শালকোচালৈ যোৱা বাটটো দেখুৱাই দিয়া।" সিহঁতে আমি নাজানো বুলি কৈয়েই বেগাবলৈ ধৰিলে। মই আকৌ সুধিলোঁ; "তোমালোক ক'ৰপৰা আহিছা?" এজনে কোকোৰাঝাৰৰপৰা অহা বুলি কলে। দুনাই কবলৈ সুযোগ নিদি দীঘল দীঘল খোজ মেলিলে। অনুমানতেই বুজিলোঁ সিহঁত আফিঙৰ বেপাৰী। টোপোলাৰপৰা আফিঙৰ তীব্ৰ গোন্ধ ওলাইছে।

এবাৰ ইচ্ছা হৈছিল যে, ইহঁতৰেই লগ লওঁ। ক'ৰবাত গৈতো ওলাব পাৰিম। কিন্তু ইহঁত অপৰাধী। যদি সন্দেহ কৰি মাজ বাটতেই

'খুকুৰিৰে' মূৰটো দেহৰপৰা পৃথক্ কৰি থৈ যায়, তেতিয়া কি হব! গতিকে সিহঁতৰ লগত যোৱা আশা এৰি পেলালোঁ। চক্ৰৱৰ্তীক কলোঁ যে আজি আৰু বাট বিচাৰি পোৱা নাযাব। বেলি মাৰ নোযোৱাতে এজোপা ডাঙৰ গছৰ আশ্ৰয় লোৱা যাওক। ৰাতিটো তাৰ ওপৰতেই কটাব লাগিব। এনেকৈ হতাশ ভাৱ লৈ চিন্তা কৰিছোঁ, এনেতে কিছুদূৰত কুকুৰৰ ভুকনি শুনা গ'ল। মনত আশাৰ সঞ্চাৰ হ'ল। নিশ্চয় মানুহৰ ঘৰ আছে। দুয়ো উঠি, কুকুৰৰ মাত অনুসৰণ কৰি আগ বাঢ়িলোঁ। কিছু দূৰ গৈ আকৌ কুকুৰৰ ভুকনি শুনিলোঁ। তেতিয়া আবেলি প্ৰায় পাঁচ বাজিছে। অলপ গৈ জাবনিৰ কাষতেই টিলা-পাহাৰ এখনৰ ওপৰত মাথোঁ দুঘৰ গাৰোৰ ঘৰ দেখিলোঁ। ওচৰতেই জুৰিৰ দৰে উভয় জাবনিৰ মাজত সিহঁতৰ ৰোৱাতলি। ৰোৱাতলি পাৰ হৈ পোনে পোনে গৈ সিহঁতৰ ঘৰৰ ওচৰ চাপিলোঁ। দূৰৰপৰা চাৰিজনমান গাৰোক চোতালত বহি মদ খোৱা দেখিলোঁ। আমাক দেখি এজন গাৰো থিয় হ'ল আৰু অলপ আগলৈ আহি খংমুখে কবলৈ ধৰিলে; "ইয়ালৈ নাহিব।" চক্ৰৱৰ্তীয়ে ভয় খাই পিছ হোহোকা দিলে। মই অনুৰোধৰ সুৰত কলোঁ, "ভাই আমি বৰ বিপদত পৰিছোঁ। আমাক শালকোচালৈ যোৱা বাটটো দেখুৱাই দিয়া। লাগিলে অলপ পইচাই লোৱা।" পইচাৰ কথা শুনি সি সাম্য হ'ল। এজনে সুধিলে; "কিমান পইচা দিবি?" মই কলোঁ "কিমান লাগিব?" সি এটকা ৰূপ লাগিব বুলি কলে। তেতিয়া ৰক্ষা পৰা বুলি ভাবিলোঁ। পাঁচ টকা খুজিলেও দিলোহেঁতেন। তৎক্ষণাৎ এটা টকা সিহঁতক দি দিলোঁ। টকা লৈ আমাক বহিবলৈ কলে। সিহঁতে মদ খোৱা শেষ কৰিব। ইপিনে বেলি ক্ৰমাৎ ডুব গৈ আহিছে। মই কলোঁ, "বহিলে আমাৰ ৰাতি হব।"

সিহঁতৰ ভিতৰত কিবা কোৱা-কুই কৰি এজনে আগবাঢ়ি আহিল আৰু তাৰ লগে লগে যাবলৈ কলে। আমিও তাক অনুসৰণ



কৰিলোঁ। আধা মাইলমান গৈ এখন পথাৰ পালোঁ। গাৰোজনে দূৰৰপৰাই আমাক দেখুৱাই দিলে;—সৌটো মণ্ডলৰ ঘৰ। তেওঁৰ নাৱেৰেহে বিলটো পাৰ হব লাগিব। নহলে আন বাট নাই। তাতেই আমাক এৰি সি উভতি গ'ল। আমিও সি দেখুৱাই দিয়া মতে মণ্ডলৰ ঘৰলৈ আগুৱাই গলোঁ। গাৰোজনে আমাকে এৰি যোৱা ঠাইৰপৰা মণ্ডলৰ ঘৰলৈ দু'ফাৰ্লঙৰ বেছি নহব। তেতিয়া বেলি মাৰ যাবলৈ আধা ঘণ্টামানহে আছে। মণ্ডলবাবুৱে নিশ্চয় ক'ৰবাত চাকৰি কৰা বুলি ভাবিলোঁ। ভদ্ৰ মানুহ যেতিয়া একাপ চাহ নিশ্চয় পোৱা যাব। লাগিলে খুজিমেই; নহলে শৰীৰ অচল হৈ পৰিছে। এইবোৰ ভগা-গুণা কৰি তেওঁৰ ঘৰত ওলালোঁ। তেওঁৰ ঘৰৰ অৱস্থা দেখি চাহ পোৱাৰ আশা এৰি দিলোঁ। জীৰ্ণ শীৰ্ণ খেৰৰ সৰু ঘৰ তিনিটা। এটা গোহালি। অকণমান এটা ঘৰত দুখন চাং। অনুমানতে তাত মানুহ শোৱা বুলি বুজিলোঁ। কিন্তু ঘৰটোৰ বেৰ নাই। তৃতীয়তো ঘাই ঘৰ, তাতো শুবৰ চাং আছে। ধানৰ ভঁৰাল আৰু ৰন্ধনশালিও তাতেই। মুঠতে তেওঁৰ সংসাৰখন সেই ঘৰটোতে থুপ খুৱাইছে। মণ্ডল বাবুৱে এটা কেৰাহিত গোবৰ কিছুমান জুইত গৰম কৰি সৰু বাঢ়নী এটাৰে কোমৰত, তপিনাত আৰু উৰুত কোবাই কোবাই সেক দিছে। মানুহ প্ৰায় উলঙ্গ। এটা লেংটিৰে কোনোমতে লজ্জা নিবাৰণ কৰিছে। আমাক দেখি ডাঙৰ ছোৱালীজনীক দুখন পীৰা দিব কলে। আমি সুস্থিৰভাৱে বহি পৰিলোঁ। তেওঁ আমালৈ চাই কবলৈ ধৰিলে। "মোৰ কোমৰৰ বিষ। সেয়ে এই গোবৰেৰে সেকিছোঁ।" মানুহজনক দেখিয়ে চাকৰি কৰা মণ্ডল নহয় বুলি বুজিলোঁ। মণ্ডল উপাধিহে। গলত মেৰিয়াই লোৱা এডাল লগুনো দেখিলোঁ। তেতিয়া বুজিব বাকী নাথাকিল যে এওঁ মণ্ডল উপাধিধাৰী ৰাজবংশী ক্ষত্ৰিয়। আমি অৱস্থাটো বুজাই কৈ আন্ধাৰ নোহোৱাতে তেওঁক বিলটোৰ পাৰ কৰি দিবলৈ অনুৰোধ

কৰিলোঁ। তেওঁ কলে যে তেওঁৰ ল'ৰাটোৱে নাওখন ঘাঁহ আনিবলৈ নিছে। সি আহিলেহে পাৰ কৰি দিব পাৰিব। বাধ্য হৈ ল'ৰাটো অহালৈ বাট চালোঁ।

প্ৰায় আন্ধাৰ হোৱাতহে ল'ৰাটো আহি পালে। সি আহি পালত বাপেকে আমাক পাৰ কৰি দিবলৈ কলে। ল'ৰাজনে ঘাঁহৰ বোজাবোৰ পাৰত থৈ আমাক নাওলৈ মাতিলে। আমি পইচাৰ কথা সোধত মণ্ডলে নালাগে বুলি কলে। তেওঁৰ শলাগ লৈ আমি নাৱত উঠিলোঁ। যেতিয়া আমাক শালকোচাৰ আলিত নমাই দিলে, তেতিয়া একেবাৰে আন্ধাৰ হৈছে। আলিটো নতুনকৈ সাজিছে। মাজে মাজে বোকা পানীও আছে। ৰাতি আঠমান বজাত চক্ৰৱৰ্তীৰ জোঁৱায়েকৰ ঘৰ পালোঁগৈ। তেওঁ আমাক ভাল অভ্যৰ্থনা কৰিলে। ৰাতিটো বৰ আৰামেৰেই কটালোঁ। পিছদিনা দুপুৰীয়াও তাতে খোৱা-বোৱা কৰি, আবেলি তিনিমান বজাত ভিতৰুৱা বাটেৰে হাকমালৈ ৰাওনা হলোঁ। সেই বাটেৰে হাকমালৈ প্ৰায় ছমাইল দূৰ। তিনি মাইলমান গৈ গৌৰাঙ্গ নদী পালোঁ। তাত ঘাট আছে। ঘাট পাৰ হলোঁ। সিপাৰত গৈ একেলগে পঢ়া বন্ধু শ্ৰীধীৰেন গোস্বামীক লগ পালোঁ। তেওঁ মোক তেনেভাৱে অহা দেখি থাপ মাৰি হাতত ধৰিলে। গৌৰীপুৰত থাকোঁতে তেওঁ মোক দাদা বুলি মাতিছিল। বয়সতো মোতকৈ অলপ সৰু হব। "ব্ৰজদা দেখোন! ক'ৰপৰা আহিলি? এই বাটেৰে আহিলি কিয়?" মই অলপ সঙ্কুচিত হৈ পৰিলোঁ। চমুকৈ কলোঁ— "শালকোচালৈ আহিছিলোঁ। চক্ৰৱৰ্তীক লগ পাই এই বাটেৰে আহিলোঁ। হাকমালৈ যাম।" গোস্বামী সিপাৰলৈ যাবলৈ আহিছে। গতিকে সৰহ পলম কৰিব নোৱাৰে। কথাৰ ওৰ সিমানতে পৰিল। তেওঁ সিপাৰলৈ গুচি গ'ল। আমি হাকমালৈ খোজ ললোঁ।

যেতিয়া আমি হাকমাৰ শ্ৰীপ্ৰফুল্ল চক্ৰৱৰ্তীৰ ঘৰ পাওঁ তেতিয়া



প্ৰায় সন্ধ্যা। তেওঁ ঘৰত নাই। ফুৰিবলৈ ওলাই গৈছে। তেওঁৰ পৰিবাৰে আমাক যথোচিত আদৰ অভ্যৰ্থনা কৰিলে। তেওঁ শ্ৰীভৱানী চক্ৰৱৰ্তীৰ ভাগিনীয়েক। চক্ৰৱৰ্তীক ঘৰলৈ মাতি নি বোধহয় মোৰ পৰিচয় সুধিলে। চক্ৰৱৰ্তীয়ে চমু পৰিচয় দিয়া কথা এষাৰ মোৰ কাণত পৰিল। "এঃ তেনেহলে আমাৰো আত্মীয় হয়।"

এটা কথা উল্লেখ কৰিবৰ মন হ'ল। এই হাকমাতেই মোৰ মামা শহুৰৰ ঘৰ। শ্ৰীকালিকানন্দ চক্ৰৱৰ্তী মোৰ আতা শহুৰ, শাহুৰ দেউতাক। মামা শহুৰ পাঁচজন ডাঙৰ চাকৰিয়াল। ডাক্তৰ শ্ৰীসন্তোষ কুমাৰ চক্ৰৱৰ্তী তেজপুৰ মেণ্টাল হস্পিটেলৰ চুপাৰিণ্টেণ্ডেণ্ট। শ্ৰীপৱিত্ৰ কুমাৰ চক্ৰৱৰ্তী অৰিয়েণ্টেল লাইফ ইন্সিওৰেন্স কোম্পানীৰ ইনসপেক্টৰ। শ্ৰীপ্ৰশান্ত চক্ৰৱৰ্তী মিলিটাৰী মেজৰ। শ্ৰীসুকুমাৰ চক্ৰৱৰ্তী চিলঙত কেৰানী আৰু শ্ৰীসুকান্ত চক্ৰৱৰ্তী আমিন। তেখেত-সকলৰ লগত মোৰ চিনাকী নাছিল। মোৰ বিয়াত তেখেত-সকল কোনো উপস্থিত নাছিল। আতা শহুৰ একেবাৰে বৃদ্ধ। সেইবাবে তেখেতো যোৱা নাছিল। ময়ো আহি পৰিচয় হোৱাৰ সুযোগ পোৱা নাছিলোঁ। গতিকে ঘৰৰ কোনোৱে মোক চিনি নাপায়। সেইবাবেই তেখেতসকলৰ ঘৰলৈ নগৈ চক্ৰৱৰ্তীৰ ঘৰতে আশ্ৰয় ললোঁ। আমাৰ বিছনা তেখেতৰ পৰিবাৰে উত্তৰৰ ঘৰটোতেই সজাই দিলে। মই হাত-ভৰি ধুই চাহ একাপ খায়েই বিছনাত দীঘল দি পৰিলোঁ। ভাত খোৱাৰ সময়তহে মোক জগাই তুলিলে। আমি উভয়ে ভাত খালোঁ; কিন্তু চক্ৰৱৰ্তী তেতিয়াও অহা নাই। ৰাতি তেখেতৰ লগত দেখা নহ'ল। পিছদিনা চাহ খাবৰ সময়তহে তেখেতৰ লগতে পৰিচয় হ'ল।

ইয়াৰ আগতে তেখেতৰ লগতো মোৰ চিনাকি নাছিল। মোৰ নামটো কিন্তু তেখেতে আগতে শুনিছে; দেখা পোৱা নাছিল। তেখেতৰ আৰ্থিক অৱস্থা সিমান টনকিয়াল নহয়। উদাৰ প্ৰকৃতিৰ উচ্চমনা লোক। সদায় খদ্দৰ ব্যৱহাৰ কৰে আৰু প্ৰকৃত কংগ্ৰেছ

সেৰক। তেখেতে মোক দিনত বাহিৰত ওলাবলৈ বাধা কৰিলে। কিয়নো ওচৰতে বিলাসীপাৰা থানা। সদায় পুলিচবোৰ এই বাটেৰে অহা যোৱা কৰে। মই ওবে দিনটো ঘৰৰ ভিতৰত কিতাপ পঢ়ি কটাব লগা হ'ল। আন্ধাৰ ৰাতি আমি সদৰ ৰাস্তাৰে ফুৰিবলৈ যাওঁ। পিছ দিনা শ্ৰীভৱানী চক্ৰৱৰ্তীক ফকিৰাগ্ৰামৰপৰা ট্ৰেইনেৰে ঘৰলৈ পঠিয়াই দিয়া হ'ল। যাতায়াত খৰচ তেওঁ লবলৈ অস্বীকাৰ কৰিলেও জোৰপূৰ্বক টকা তিনিটা দিলোঁ, মোৰ হকে অশেষ কষ্ট খোৱা বাবে। তেওঁৰ ওচৰত ক্ষমাও খুজিলোঁ। তেওঁ প্ৰফুল্লবাবুক মোক নিৰাপদ ঠাইত ৰাখিবলৈ অনুৰোধ জনাই বিদায় ললে।

## সোণাহাটলৈ যোৱাৰ সিদ্ধান্ত

সিদিনা ৰাতি খোৱাৰ পিছত প্ৰফুল্ল-বাবুৰ লগত আলোচনাত বহিলোঁ। এতিয়া ক'লৈ যোৱা উচিত হব। তেখেতে নিৰ্ভয় দি কলে ; "যোৱাৰ ঠাইৰ অভাৱ নহয়। সেই দায়িত্ব মোৰ ওপৰত অৰ্পণ কৰি, দুই চাৰিদিন মোৰ ঘৰতেই অতিবাহিত কৰকচোন।"....কথাৰপৰা বুজিব পাৰিলোঁ যে মোৰ আশ্ৰয়ৰ ঠাই তেখেতে আগতেই ঠিক কৰিছে। গতিকে তেখেতৰ ঘৰত কেইদিনমান থাকিবলৈ ৰাজী হলোঁ।"

এটা কথা হঠাৎ মনত জাগিল : চিনাকি নিদিয়াকৈ আতা শহুৰৰ লগত এবাৰ দেখা কৰি যাওঁ। বুঢ়া মানুহ, কেতিয়াবা মৰিলে জীৱনত আৰু দেখা নহব। এনে সুবিধা এৰি যোৱাটোও উচিত নহব। প্ৰফুল্লবাবুক কথাষাৰ জনালোঁ। তেখেতে মোৰ ইচ্ছা পূৰণ কৰিবলৈ স্বীকৃত হ'ল। পিছদিনা সন্ধিয়া আমি তেখেতৰ ঘৰত উপস্থিত হলোঁ। বাহিৰৰ ঘৰত তেতিয়া দুজন শালকোচাৰ ল'ৰাই কিতাপ পঢ়ি আছিল। তেখেতৰ ঘৰত তেতিয়া কোনো ল'ৰা-



ছোৱালী নাছিল। আমি তাতেই সোমালোঁ। চাকৰ এজনে আমাক চকী আগবঢ়াই দিলে। মানুহ অহা বুলিও আতা শহুৰক খবৰ দিলে। তেখেতে ওলাই আহি, প্ৰফুল্লবাবুক দেখি কলে : "অ প্ৰফুল্ল আহিছ! এওঁ কোন?" আমি আগতে স্থিৰ কৰা মতে তেখেতে কামৰূপীয়া বন্ধু বামুণ বুলি কলে। পুনৰ একো প্ৰশ্ন নকৰি আমাৰ লগত চকীত বহিল। মোৰ ফটো এখন তেখেতৰ ঘৰত আছে। বিয়াৰ দুবছৰ পিছত মোৰ ঘৈণী ইয়ালৈ অহাত এৰি গৈছে। ভালকৈ লক্ষ্য কৰিলে মোক চিনিব পাৰিলেহেঁতেন ; কিন্তু তেখেতে সেইটো নকৰিলে। নানা ধৰণৰ কথা-বতৰাৰ পিছত চাহ, তামোল খাই তেখেতক এটি সেৱা জনাই বিদায় ললোঁ। বাটত আমি এবাৰ হাঁহিলোঁ। প্ৰফুল্লবাবুক কলোঁ ; কথাষাৰ যেন প্ৰকাশ নাপায়।.... তিৰোতাৰ পেটত কথা হজম নহয়। মই যোৱাৰ পিছত প্ৰফুল্ল বাবুৰ ঘৈণীয়েকে কথাটো আতা শহুৰৰ আগত প্ৰকাশ কৰিলে। তাৰ বাবে মই তিৰস্কাৰ শুনিব লগা হ'ল।....পিছদিনাই তাৰপৰা ভটিয়াই যাবলৈ মনস্থ কৰিলোঁ। সেয়ে খোৱাৰ পিছত কথাষাৰ প্ৰফুল্ল বাবুক জনালোঁ। তেখেতে মোক ক'ত থৈ আহিব জনালে।

সোণাহাট ষ্টেচনৰ উত্তৰে বহলগুৰি নামৰ এখন গাঁও আছে। তাত প্ৰফুল্লবাবুৰ শালপতিয়েক হৰিশবাবুৰ ঘৰ ; তেখেতে হৰিশ বাবুৰ ঘৰত মোক থৈ আহিব। পিছৰ ব্যৱস্থা যি কৰিব লাগে হৰিশ বাবুৱে কৰিব। মনে মনে ভাল হোৱা বুলি ভাবিলোঁ। গৌৰীপুৰত মোৰ দুজন ভতিজা থাকে। তাত পূৰ্ব-পুৰুষৰপৰা এখন দেৱালয় আছে। ভতিজা আছুই দেৱালয় আৰু দোকান চলায়। সিহঁতে তাতে মাটিবাৰী কিনি স্থানীয় হৈ পৰিছে। উমাই ধুবুৰীৰপৰা বক্চিহাট পৰ্যন্ত নিজ মটৰ চলায়। তাতে দুপৰীয়াৰ সাজ খাই ৰাতিৰ ট্ৰেইনত সোণাহাটলৈ যোৱা হব। প্ৰফুল্লবাবুক গৌৰীপুৰত ভতিজাহঁতৰ ঘৰ থকা কথা জনালোঁ।

বহলগুৰিৰ হৰিশ চক্ৰৱৰ্তীৰ লগত মোৰ আগৰে চিনাকি আছে। তেওঁ গৌৰীপুৰৰ আমাৰ ঘৰত দুবছৰ থাকি মেট্ৰিক পাছ কৰিছে। মই তেওঁৰ নাম আৰু গাঁৱৰ নামৰ কথা একেবাৰেই পাহৰিছিলোঁ। সি আজি পঁচিশ বছৰ আগৰ কথা, গতিকে পাহৰাটো স্বাভাৱিক। পিছদিনা ৰাতিপুৱা মটৰত গৌৰীপুৰলৈ যোৱাৰ সিদ্ধান্ত হ'ল সঁচা; কিন্তু মনত এটা সন্দেহ জাগিল—বিলাসীপাৰাৰ পুলিচথানাৰপৰা সদায় মটৰেৰে ধুবুৰীলৈ পুলিচ অহা-যোৱা কৰে। কেনেবাকৈ চিনি পোৱা পুলিচে লগ পালে কি উপায় হব। প্ৰফুল্ল বাবুক কোৱাত, তেখেতে এটা বুদ্ধি উলিয়ালে। বিলাসীপাৰাৰ তিনিআলিৰ দূৰৰপৰা এক ফার্লংমান আঁতৰত এখন চাহৰ দোকান আছে। তেখেতে ৰাতিপুৱাতেই মোক সেই চাহৰ দোকানত এৰি মটৰ ষ্টেণ্ডলৈ যাব। যদি মটৰত পুলিচ থাকে, দূৰৰপৰা ইঙ্গিত দিব। মই তেতিয়াই দোকানৰ ভিতৰলৈ সোমাই যাম। তেখেত অলপ দূৰ গৈ আকৌ ঘূৰি আহিব। পুলিচ নাথাকিলে দোকানৰ আগত মটৰ ৰাখি মোক তুলি লব। আঁচনিমতে কাম কৰিবলৈ আমি পুৱাতেই নিৰ্দিষ্ট ঠাইলৈ ৰাওনা হলোঁ।

পিছ দিনা মই দোকানৰ বেঞ্চ এখনত বহি আছোঁ। তেখেতে ষ্টেণ্ডলৈ গৈছে। প্ৰায় আধা ঘণ্টাৰ পিছত আহি মটৰ দোকানৰ সন্মুখত ৰ'ল। প্ৰফুল্ল বাবুৱে মটৰৰপৰাই মাত লগালে। "আহক!" ময়ো উঠিলোঁ। এঘাৰমান বজাত গৌৰীপুৰৰ মোৰ ভতিজাৰ ঘৰত ওলালোঁ গৈ। দুপৰীয়াৰ আহাৰ তাতেই খালোঁ। ৰাতি আঠ বজাৰ আগতে কোনো ট্ৰেইন নাই। আমি খাই উঠি বিশ্ৰাম লৈছোঁ। এনেতে শ্ৰীসাৰদা বৰুৱা "দাদা" আহি আমি বিশ্ৰাম লোৱা ঘৰতেই উপস্থিত হ'ল। মোৰ সকলো ঘটনা তেওঁ ভতিজাহঁতৰপৰা আগতেই শুনিছে। কোঠাৰ ভিতৰত মোক দেখিয়েই স্থিৰ দৃষ্টিৰে চাবলৈ ধৰিলে আৰু কাণৰ ওচৰলৈ মুখখন নি ফুচফুচাই কবলৈ ধৰিলে;



"ব্ৰজ! তুমি ভোটানলৈ পলাই যোৱা। ইয়াত নাথাকিবা।" তেখেতৰ তেনে অঙ্গী-ভঙ্গী দেখি মই হাঁহি পেলালোঁ। তেখেতক সন্তুষ্ট কৰিবৰ বাবে কলোঁ, "যাম বুলিয়েই আহিছোঁ।" তেখেতে আনন্দ পাই আকৌ গুচি গ'ল। ৰাতি আঠ বজাৰ গাড়ীত যাম বুলি জানি আদ্যৰ বোৱাৰীয়ে সন্ধিয়াৰ লগে লগে ভাতৰ যোগাৰ কৰিলে। পলম নকৰি ৰাতিৰ সাজ তাতেই খাই লৈ ষ্টেচনলৈ ৰাওনা হলোঁ। প্ৰায় ন' বজাতহে ট্ৰেইন আহি পালে। সোণাহাটৰ দুখন টিকেট কাটি লৈ গাড়ীত উঠিলোঁ। য'তে বাঘৰ ভয়, তাতে ৰাতিও হয়। দুজন পুলিচ চাব-ইন্সপেক্টৰ ধুবুৰীৰপৰা গোলকগঞ্জলৈ ডিউতি দিবলৈ আহিছে। আমি যি কোঠাত উঠিলোঁ সেই কোঠাতেই তেওঁলোকে ধুবুৰীৰপৰা আহিছে। প্ৰথমে মূৰ্তি দেখিয়েই চুৰ্তি হেৰাল। পিছত উঠিলোঁ যেতিয়া আৰু নানামো বুলি ভাবিলোঁ। ভাগ্যত যি আছে সেয়েই হব। প্ৰফুল্লবাবুৱে মোৰ পিনে চাই মিচিককৈ হাঁহিলে। ময়ো অলপ হাঁহি তেওঁলোক বহি থকা বেঞ্চখনতেই আমিও বহিলোঁ। তেওঁলোক চিলেটিয়া। নিজা নিজা ভাৱতেই বিভোৰ। তেওঁলোকে আমাক লক্ষ্যই নকৰিলে। গোলকগঞ্জ ষ্টেচন পোৱাৰ লগে লগে তেওঁলোক নামি গ'ল। আমি পৰস্পৰে পৰস্পৰলৈ চাই হাঁহিবলৈ ধৰিলোঁ।

ৰাতি এঘাৰমান বজাত সোণাহাট ষ্টেচন পালোঁ। ঈশ্বৰক ধন্যবাদ দি, গাড়ীৰপৰা নামি গন্তব্য ঠাইলৈ যাবলৈ ধৰিলোঁ। সোণাহাট ষ্টেচনৰপৰা হৰিশবাবুৰ ঘৰ ডেৰ মাইলমান হব। বহলগুৰি গাঁওখনতেই ৰংপুৰ আৰু গোৱালপাৰাৰ সীমা। হৰিশ বাবুৰ ঘৰৰ কাষতেই এটা ডাঙৰ বিল আছে। নাম বহলগুৰি। বিলৰ নামৰ অনুকৰণেই গাঁৱৰ নাম বহলগুৰি। সেই বিলটোৰ আধা ৰংপুৰ জিলাৰ ভিতৰত পৰে। আমি যেতিয়া হৰিশবাবুৰ ঘৰ পাওঁ যেতিয়া ৰাতি বাৰ বাজিছে। ঘৰৰ সকলোৱে গভীৰ টোপনিত নিতাল

মাৰিছে। প্ৰফুল্লবাবুৱে বহু বেলি মতাৰ পিছতহে হৰিশ বাবুৱে সাৰ পালে। তেওঁ বাহিৰলৈ আহি আমাক দেখা পাই আচৰিত হ'ল। প্ৰথমে তেওঁ মোক চিনিব পৰা নাছিল। মই হলে দেখা-মাত্ৰেই চিনি পালোঁ। ভাবিলোঁ; এৱেঁই হৰিশবাবু, যি জনে গৌৰীপুৰৰ আমাৰ ঘৰত থাকি স্কুলত পঢ়িছিল। তেৱেঁ। অলপ পৰ মুখলৈ চায়ে চিনি পালে।...."ব্ৰজদা দেখোঁ। কাণ্ড কি?"

মোৰ ঘটনাবোৰ এওঁলোকে জনাৰ সুবিধা পোৱা নাছিল। প্ৰফুল্ল বাবুৰ মুখেৰে সকলো জানিব পাৰিলে। সোণাহাটত কোনো পুলিচথানা বা আউট পোষ্ট নাই। কেতিয়াবা দৰকাৰ হলে গোলক-গঞ্জৰপৰা পুলিচ আহে। মুঠৰ ওপৰত ইয়াত পুলিচৰ ভয় মুঠেই নাই। তথাপি কেতিয়াবা আৱশ্যক হলে, আধা ফাৰ্লং অতিক্ৰম কৰিলে বেঙ্গলৰ ৰংপুৰ জিলাত সোমালে হ'ল। হৰিশ বাবুৱে আনন্দেৰে মোক তেওঁৰ ঘৰত ঠাই দিলে। আৰু যিমান দিনলৈ ইচ্ছা কৰোঁ, তেওঁৰ-ঘৰতেই থাকিবলৈ কলে। তেওঁ ছত্ৰশাল এম্. ই. স্কুলত শিক্ষকতা কৰে।

হৰিশ বাবুৰ অভ্যৰ্থনা জীৱনত পাহৰিব নোৱাৰোঁ। তেওঁ মোৰ বাবে যথেষ্ট কষ্ট স্বীকাৰ কৰিছে। তেওঁৰ থকা ঘৰতেই মোৰ বাবে বিছনা কৰিলে। তেওঁৰ পৰিবাৰ আৰু ল'ৰা-ছোৱালীকেইজনক মাকৰ লগত পৃথক্ ঘৰত থাকিবলৈ দিলে। সেই ৰাতিয়েই পৰিবাৰক ভাত ৰান্ধিবলৈ কলে। আমি গৌৰীপুৰত ভাত খাই অহা বুলি কোৱাত চাহৰ বন্দোৱস্ত কৰিলে। আটায়ে চাহ খাই শুই পৰিলোঁ। পিছদিনা চাহ খাই প্ৰফুল্লবাবু হাকমালৈ যাবলৈ ওলাল। কিন্তু হৰিশ বাবুৱে যাবলৈ নিদিলে। বাধ্য হৈ সিদিনা তেখেত ৰৈ গ'ল। প্ৰফুল্লবাবু যোৱাৰ পিছত হৰিশ বাবুক মই কোচবিহাৰলৈ যাওঁ বুলি কলোঁ। তেওঁ অন্ততঃ এমাহ তেওঁৰ ঘৰতে থাকিবলৈ অনুৰোধ কৰিলে। মই মান্তি হলোঁ।



## ঘঁৰিয়ালডাঙ্গালৈ যাত্ৰা

এদিন পুৱা নমান বজাত হৰিশ বাবুৰ ঘৰত চাহ খাই কথা পাতি আছোঁ। এনেতে ঘঁৰিয়ালডাঙ্গাৰ শ্ৰীমনি চক্ৰৱৰ্তী আহি উপস্থিত হ'ল। তেখেতক মই চিনি নাপাওঁ। তেখেত কিন্তু মোৰ এজন পুৰণি বন্ধু শ্ৰীদেবেন চক্ৰৱৰ্তীৰ দদায়েক। দেবেন বাবুৱে গৌৰীপুৰলৈ যোৱাত আন্তই হেনো মই ইয়াত থকা খবৰটো জনাইছে। সেই সন্ধান লবলৈ দেবেনবাবুৱে তেখেতক ইয়ালৈ পঠাইছে। হৰিশ বাবুৰ লগত তেখেতসকলৰ আত্মীয়তাও আছে। মনি চক্ৰৱৰ্তীয়ে মোক আগেয়ে দেখা পোৱা নাই। তেখেত আহি মোক দেখা পাই হাঁহো হাঁহো মুখেৰে হৰিশ বাবুক প্ৰশ্ন কৰিলে। "হৰিশ দা! এখেত কোন?" হৰিশ বাবুৱে লাহেকৈ উত্তৰ দিলে, "মোৰ আত্মীয়"। তেখেতে আকৌ প্ৰশ্ন কৰিলে, "তোমাৰ কোন ঠাইৰ আত্মীয়?" হৰিশ বাবুৱে গম্ভীৰভাৱে কলে, ইমান খবৰ তেখেতক কেলেই লাগে? তেখেতে হাঁহি মুখে কলে, "মোৰ আত্মীয়ৰ পৰিচয়ত তোমাৰ কোনো প্ৰয়োজন থাকিব নোৱাৰে।" তেখেত দুজনাৰ কথাৰ ধৰণ দেখা পাই মোৰ এনে লাগিল যেন সেই মুহূৰ্তে সেই স্থান পৰিত্যাগ কৰিম। মনত এনে এটা ভাৱৰ উদয় হ'ল যে মানুহজনে চি. আই. ডি. বিভাগত কাম কৰে কিজানি।

হৰিশ বাবুৰ কথা শুনি তেখেতে হোঃ হোঃকৈ হাঁহি দি কলে। "তেনেহলে নোকোৱা? বাৰু নালাগে।" তেখেতে মোৰ মুখলৈ চাই কব ধৰিলে; "ব্ৰজ বাবু! মোৰ ভাই দেবেনে আপোনাক মোৰ লগতেই যাব কৈছে।" তেখেতৰ মুখত মোৰ নাম শুনি মই নিজেই জিকাৰ খাই উঠিলোঁ। হৰিশ বাবুও অবাক হ'ল। মই নিজক

চন্তালি লৈ তেখেতক সুধিলোঁ। "কোন দেবেন ?" তেখেতে হাঁহি মুখে কলে ; "আপোনাৰ বন্ধু ! লেংটিছিঙাত থাকোঁতে কেবাদিনো আপোনাৰ ঘৰত খাই বৈ আহিছে !" তেতিয়াহে মোৰ মনত পৰিল। মই মনি বাবুক আগ্ৰহেৰে সুধিলোঁ ; "তেখেতে ক'ত থাকে ?" মনি বাবুৱে আমাক পৰাজয় কৰা হাঁহিৰে কলে ; "ঘঁৰিয়ালডাঙ্গা গাঁৱত আমাৰ ঘৰ, তাতে থাকে। ইয়াৰপৰা প্ৰায় ন মাইল হব। মই যাবলৈ প্ৰতিশ্ৰুতি দিলোঁ। তেখেতে আজিয়েই যাব লাগে বুলি জোৰ কৰিলে। হৰিশ বাবুৱে তেতিয়া আজি থাওক মই অহা কালি নাইবা পৰহি মানুহ লগত দি পঠাই দিম বুলি কলে। কিন্তু দিনৰ পোহৰত যোৱা উচিত নহয় বুলিও কলে। তেতিয়া তেখেতে দুপৰীয়াৰ ভাত খাই পৰহি নিশ্চয় যাব, আমি আপোনাক বাট চাই থাকিম বুলি কৈ বিদায় ললে।

মনত এটা চিন্তা আহিল, দেবেন বাবুৱে মই ইয়াত থকা খবৰ কেনেকৈ পালে। ইমান গোপন অভিযান কেনেকৈ প্ৰকাশ পালে ! হৰিশ বাবুক কথাষাৰ সুধিলোঁ। তেখেতে মই ইয়াত থকা খবৰ কেনেকৈ পালে। তেখেতে উত্তৰ দিলে। "দেবেনে কোনো সকামত গৌৰীপুৰলৈ গৈছিল। তাত আগুৰ লগত তেওঁৰ দেখা হয়। তাৰপৰাই জানিব পাৰিছে বুলি মনিয়ে মোক কলে।"মনলৈ অলপ শান্তি আহিল, কিন্তু আগুই যে কথাটো প্ৰকাশ কৰা উচিত হোৱা নাই, তাকে আলোচনা কৰিলোঁ।

হৰিশ বাবুৰ ঘৰত এজন বঙালী নাপিত বাস কৰে। মানুহজন তেখেতৰ অতি বিশ্বাসী। প্ৰায় পোন্ধৰ বছৰৰপৰাই সেই ঘৰতে নিজৰ ঘৰৰ দৰে দিন কটাইছে। তেখেতে নাপিতজনক মাতি আনি পৰহি নিশা মোৰ লগত ঘ ৰিয়ালডাঙ্গালৈ যাব লাগিব বুলি কৈ থলে। নিৰ্দিষ্ট দিনত সন্ধিয়াতেই খোৱা শেষ কৰি ৰাতি আঠ মান বজাত নাপিতজনেৰে সৈতে মোক ঘঁৰিয়ালডাঙ্গালৈ পঠাই দিলে।



ৰাতি প্ৰায় এঘাৰ বজাত দেবেন চক্ৰৱৰ্তীৰ ঘৰ পালোঁ। তেখেতৰ ঘৰতো মোৰ বাবে খোৱাৰ যোগাৰ কৰিছিল ; ৰাতি বেছি হোৱা বাবে মোৰ ভাত ঢাকি থৈ তেখেতসকলে খাই-বই শুইছে। মই ঘৰ পোৱাৰ লগে লগে গম পাই আটাইকেইজনেই ওলাই আহিল। দেবেন বাবু আহিয়েই মোক সাৱটি ধৰিলে। মুঠৰ ওপৰত ঘৰখনত উখল-মাখল লাগিল। মনি বাবুৱে বাহিৰা ঘৰত শুইছিল। মোৰ বাবে ভৰি-হাত ধুবলৈ পানী-খৰম আগতেই ঠিককৈ ৰাখিছিল। ভৰি হাত ধুই যেতিয়া সুস্থিৰ হলোঁ তেতিয়া ভিতৰৰপৰা ভাত খাবলৈ মাতিলে। মই ভাতখাই আহিছোঁ বুলি কোৱাত তেখেতসকল অলপ যেন ক্ষুণ্ণ হ'ল। দেবেন বাবুৱে অলপ জোৰ কৰিয়েই অনুৰোধ কৰিলে —ইমান বাট খোজ বাঢ়ি আহিছে, সেই ভাত আৰু পেটত নাই। হজম হৈ গৈছে। যি পাৰে অলপ থাওক। এতিয়া ভাত খাব ভাল নালাগিব বুলি কোৱাত আৰু জোৰ নকৰিলে। চুজি আৰু চাহৰে যোগাৰ কৰিলে। চাহ খাই কথা-বতৰা পাতোঁতেই প্ৰায় এক বাজিল। দেবেন বাবুৱে তেখেত শোৱা ঘৰতেই মোক সোমাবলৈ কলে ঘৰ সোমাই দেখোঁ, দুখন বিছনা সজোৱা আছে। ঘৈণীয়েকক মনি বাবুৰ ঘৈণীয়েকৰ লগত আগতেই শুবলৈ কৈছে। মই দেবেন বাবুক মোৰ বিছনাখন এই ঘৰত নকৰি বাহিৰা ঘৰতেই কৰিব পাৰিলেহেঁতেন বুলি কলোঁ। তেখেতে কলে, "আপোনাৰ অসুবিধা হব ; দিনত সেই ঘৰত বহু মানুহৰ সমাগম হয়। বিশেষকৈ স্থানীয় চৌকীদাৰবোৰ প্ৰায়েই আমাৰ ঘৰলৈ আহে। গতিকে সাৱধান হৈ থকাটোৱেই ভাল।" মনে মনে ভাবিলোঁ, এখেতসকলে মোৰ বাবে ইমানখিনি ভাবি স্থিৰ কৰিছে। মনৰ ভিতৰতেই ধন্যবাদ নিদিয়াকৈ নোৱাৰিলোঁ।

তেখেতসকলৰ ঘৰতেই প্ৰায় পোন্ধৰ দিন বেছ আনন্দেৰে অতিবাহিত কৰিলোঁ। হঠাৎ এদিন এটা কাণ্ড ঘটিল। এজন অচিনাকি

বঙালী মানুহ আহি সেই গাঁৱৰ মাজত ঘূৰা-ফিৰা কৰিবলৈ ধৰিলে। গাঁৱৰ পৰিচিত ডেকাবোৰে তেওঁক চি-আই-ডি বুলি সন্দেহ কৰি গোপনে মোক জনালে। মোৰো মনত সন্দেহ হ'ল। এনেকুৱা ভিতৰুৱা গাঁৱত এজন বঙালী মানুহৰ কি প্ৰয়োজন থাকিব পাৰে? যেতিয়া খবৰটো মোক জনায়, তেতিয়া সন্ধিয়া হোৱাৰ উপক্ৰম হৈছে। ইয়াৰ আগতে পাঁচ-ছয় দিন জ্বৰ হৈ পৰি থকা বাবে মই দুৰ্বল হৈ পৰিছিলোঁ। স্থান পৰিবৰ্তন কৰিবলৈও সামৰ্থ নহওঁ। আন হাতে পুলিচে মোৰ গম পোৱা বুলি ধাৰণা হ'ল। এতিয়া কি কৰোঁ, ক'লৈ যাওঁ,—এইবোৰ খেলি-মেলি চিন্তাই মনক আগুৰি ধৰিলে। কেইজনমান ল'ৰাক মানুহজনৰ গতি-বিধি লক্ষ্য কৰিবলৈ পঠিয়াই দিলোঁ। অলপ পিছতেই এজন ল'ৰাই আহি খবৰ দিলে যে মানুহজনে এই ঘৰৰ পিনে ঘণাই চাব লাগিছে। ঘৰৰ তিৰোতাবোৰৰ মাজত আতঙ্কৰ সৃষ্টি হোৱাটো স্পষ্টকৈ ধৰিব পাৰিলোঁ। অলপ পিছতে দেবেন বাবু বজাৰৰপৰা ফিৰি আহিয়েই মোক ক'লে যে এজন সন্দেহযুক্ত মানুহ গাঁৱত সোমাইছেহি। আজি ৰাতিটোৰ বাবে সাৱধান হব লাগিব। তেখেতে অহা যোৱা বাটবোৰত পহৰাৰ বন্দোৱস্ত কৰিলে। মোকে সোনকালে ভাত খুৱাই লৈ ৰাধিকা বৰুৱাৰ ঘৰলৈ লৈ গ'ল; কিন্তু ৰাধিকা বৰুৱাই মনত সন্দেহ কৰি মোক ৰাতিটোৰ বাবেও ঠাই নিদিয়া হ'ল।

বৰুৱাৰ ঘৰৰ ওচৰতে এঘৰ বনিয়া মানুহৰ ঘৰ। তেওঁৰ নামটো আজি পাহৰি গৈছোঁ। তেওঁ আমাক দুখীয়াৰ ভাৱ দেখুৱাই কলে; "ডাঙৰীয়া! যদি বেয়া নাপায় মোৰ ঘৰতেই ৰাতিটোৰ বাবে কষ্টেৰে থাকক। মই মাটিতেই খেৰ পাৰি বিছনা কৰি দিওঁ। আমাৰ ঘৰত তক্তা নাইবা ছালপীৰাৰ যোগাৰ নাই।" আমি তেওঁক ধন্যবাদ জনাই সম্মতি দিলোঁ। কিন্তু চিন্তা ভাৱনাত গোটেই ৰাতিটো উজাগৰে কটালোঁ। ৰাতি পুৱাৰ পিছতহে অলপ টোপনি আহিল। পুৱা



আঠমান বজাতহে সাৰ পালোঁ। দেবেন বাবুৰ ঘৰলৈ গৈ দেখোঁ যে সেই বঙালী মানুহজনে প্ৰতিটো আখৰত এক অনাকৈ লৈ তেখেতসকলৰ বাচন-বৰ্তনবোৰত নাম লিখিব ধৰিছে। মই ঘৰ পোৱাৰ লগে লগে হাঁহিৰ ৰোল উঠিল। বিশেষকৈ তিৰোতাবোৰৰ মাজত এইটো মহা ৰহস্য হ'ল। মনি বাবুৰ ঘৈণীয়েকে ঠাট্টা কৰি কৈ উঠিল; "আপোনাৰ চি-আই-ডি জনে আমাৰ ঘৰতে আশ্ৰয় ললে। এতিয়া আপুনি যায় ক'লৈ?"ময়ো হাঁহি মুখে উত্তৰ দিলোঁ; "চি-আই-ডিৰ লগতে বন্ধুত্ব কৰিব লাগিব।" অলপ পিছতে সেই বণিয়াজনো আহি বঙালীজনক দেখা পাই, কৈউঠিল: "অ' হৰি! এইজন বাচনত নামলিখা মিস্ত্ৰীহে।" আটাইবোৰে হাঁহিবলৈ ধৰিলোঁ। বঙালীজনে আমাৰ ৰহস্য বুজিব নোৱাৰি, সন্দেহযুক্তভাৱেৰে আমাৰ মুখৰ পিনে চাবলৈ ধৰিলে।

তেওঁলোকৰ ঘৰত মই প্ৰায় বাইশ দিন নিজৰ ঘৰৰ দৰে অতিবাহিত কৰিলোঁ। মোৰ অনুমান, তেখেতসকলৰ অৱস্থা টনকিয়াল; ভঁৰালত যথেষ্ট পৰিমাণে ধান জমা থাকে। খেতিৰ মাটিও বহুত আছে। পৰস্পৰৰ মাজত মনৰ অমিল নাই। চাৰ লগীয়া চেহেৰাৰ তিনি জনীমান গাই আছে। দুজনী মাইকী ম'হো আছে। মনি বাবুৱে ইহঁতৰ তত্ত্বাৱধান কৰে। সংসাৰখনত যেন চিৰ আনন্দ, চিৰ-সুখ, চিৰ শান্তি বিৰাজমান। তেওঁলোকে পৰক কেনেকৈ আপোন কৰি লব পাৰে সিও বিশেষভাৱে লক্ষ্য কৰিব লগীয়া।

## কালিকা ভাদুড়ীৰ সঙ্গ

এদিন সন্ধিয়া সময়ত কেইজনমান বিপ্লৱী ডেকা নানা ঠাই ঘুৰি-ফিৰি দেবেন বাবুৰ ঘৰত উপস্থিত হ'ল। তেওঁলোকে শ্ৰীকালিকা ভাদুড়ীৰ অনুসন্ধানত ঘুৰিছে।

ইয়াতেই কালিকা ভাদুড়ীৰ পৰিচয় দিয়াটো প্ৰয়োজন বোধ কৰিলোঁ। তেওঁ নদীয়া জিলাৰ শান্তিপুৰৰ মানুহ। কৰ্মক্ষেত্ৰ হল কলিকতাত। তেওঁ কেনেকৈ ধুবুৰীলৈ আহি কৰ্মক্ষেত্ৰ প্ৰস্তুত কৰি লৈছিল, লগৰ কৰ্মীসকলেও নাজানিছিল। তেওঁ কোন অষ্ঠানৰ কৰ্মী তাক কাৰো আগত প্ৰকাশ কৰা নাছিল। মানুহজন সম্পূৰ্ণ বিপ্লৱী। কৰ্মী গোটাই লোৱাৰ অভিজ্ঞতাও যথেষ্ট আৰ্জিব পাৰিছিল। মই ঘঁৰিয়ালডাঙ্গালৈ আহিয়েই তেওঁৰ নাম শুনিছোঁ। তেওঁৰ নামত ওৱাৰেণ্ট বাহিৰ হোৱাত এই ভিতৰুৱা ঠাইবোৰত আত্মগোপন কৰি ফুৰি আছে। কেতিয়াবা বক্সীৰহাট, কেতিয়াবা তামাহাট, কেতিয়াবা হালাকুৰা, ঘঁৰিয়ালডাঙ্গা ইত্যাদি ঠাইত ঘূৰি কৰ্মী গোটাই লৈছে। তেওঁৰ লগত দেখা হবলৈ বৰ আগ্ৰহ জন্মিল। ধুবুৰীৰ ডেকা কেইজনক ভাদুড়ীক লগ পালে ইয়ালৈ পঠিয়াই দিবলৈ অনুৰোধ কৰিলোঁ। তেওঁলোকে মোৰ পৰিচয় দেবেন বাবুৰপৰা পাইছে। পিছদিনা ৰাতি পুৱাতেই তেওঁলোক ক'ৰবালৈ গুচি গ'ল।

এসপ্তাহমানৰ পিছত এদিন আবেলি এজন শ্যাম বৰণীয়া ভদ্ৰলোক দেবেন বাবুৰ ঘৰত উপস্থিত হ'ল। মই তেতিয়া বিছনাত শুই এখন কিতাপ পঢ়ি আছোঁ। তেওঁ অহা মই গম পোৱা নাছিলোঁ। মনি বাবুৱে চাহ-জলপান খুৱাই তেওঁক সম্ভাষণ জনাইছে। মোকো তেওঁৰ লগত চাহ খাবলৈ আহ্বান জনালে। বাহিৰত ওলাই এজন অচিনাকি ভদ্ৰলোক দেখি অলপ সঙ্কুচিত হলোঁ। তেওঁ চাহৰ কাপ নমাই থৈ মোক নমস্কাৰ জনালে, ময়ো প্ৰতি-নমস্কাৰ জনাই তেওঁৰ ওচৰতেই বহিলোঁ। মনি বাবুৱে এবাৰ মোৰ মুখলৈ আৰু এবাৰ তেওঁৰ মুখলৈ চাই মিচিক-মাচাককৈ হাঁহিবলৈ ধৰিলে। মই তেতিয়া অনুমানতে বুজিব পাৰিলোঁ যে এৱেঁই কালিকা ভাদুড়ী। চাহ খোৱাৰ পিছত আমাৰ মাজত চিনাকি হ'ল। লগে লগে দেশৰ বৰ্তমান পৰিস্থিতি সম্বন্ধে বহুত আলোচনা হ'ল। তেওঁ কোন



অনুষ্ঠানৰ কৰ্মী সেই বিষয়ে মোৰ সন্দেহ হ'ল। কথা কোৱাৰ ধৰণত কংগ্ৰেছী বুলি ধৰি লব নোৱাৰি। তেওঁ কোন অনুষ্ঠানৰ মানুহ তাক সুধিবলৈও সঙ্কোচ হ'ল। তথাপি সেইটো জনাৰ দৰকাৰ বুলি ভাবি মই মহাত্মাজীৰ নীতি আলোচনা আৰম্ভ কৰিলোঁ। দেখা গ'ল তেওঁ মহাত্মাজীৰ নীতিৰ ওপৰত আস্থাবান নহয়। অহিংসনীতিক সমূলি বিশ্বাস নকৰে, আৰু কংগ্ৰেছে যে ভুল পথ অৱলম্বন কৰিছে তাৰ কিছুমান ব্যাখ্যাও দিলে। মোৰ বুজিবলৈ বাকী নাথাকিল, যে তেওঁ কংগ্ৰেছী নহয়। মই তেতিয়া তেওঁৰ ব্যাখ্যাৰ ভুলবোৰলৈ আঙুলিয়ালোঁ, আৰু মহাত্মাৰ অহিংসনীতিৰ তাৎপৰ্য বুজাই কলোঁ। তেওঁ ইমান চতুৰ যে তৎক্ষনাৎ কথাৰ মোৰ ঘূৰাই ললে। কিন্তু কি আচৰিত! কমিউনিষ্ট পাৰ্টিৰ কথা ৰাজনীতি সম্বন্ধে তেওঁ এষাৰ কথাও উত্থাপন নকৰিলে। গতিকে কমিউনিষ্ট বুলি ভাবি ললোঁ।

ৰাজনীতিৰ আলোচনা স্থগিত ৰাখি ব্যক্তিগত আলোচনা কৰিবলৈ ধৰিলোঁ। তেওঁ মোৰ ভৱিষ্যত প্ৰোগ্ৰেম্ সম্বন্ধে প্ৰশ্ন কৰিলে। মই বৰ্তমান কোনো প্ৰোগ্ৰেম্ কৰা নাই বুলিও জনালোঁ। তেও অলপ পৰ কিবা ভাবি ঘপহকৈ কৈ পেলালে, "আপুনি মোৰ লগত কলিকতালৈ বলক, ভয়ৰ কাৰণ একো নাই। আত্মগোপনৰ প্ৰশস্ত ঠাই কলিকতাহে।" মই অলপ চিন্তা কৰি, আজি ৰাতিটোৰ বাবে সময় দিয়ক, অহাকালি পুৱাতেই আপোনাৰ প্ৰশ্নৰ সমিধান পাব বুলি কলোঁ। এনেতে দেবেন বাবু ক'ৰবাৰপৰা আহি, ভাদুড়ীক দেখি মহা গোলমাল লগাই দিলে। আমাৰ আলোচনা বন্ধ হ'ল। আমি তিনিওজনে ফুৰিবলৈ ওলাই গলোঁ।····ৰাতি খাই-বৈ ভাদুড়ীয়ে মনি বাবুৰ লগত বাহিৰা ঘৰত শুলে। মই বিছনাত বহি দেবেন বাবুৰ লগত আলোচনা কৰিবলৈ ধৰিলোঁ। কলিকতালৈ যোৱাটো উচিত নে অনুচিত! সিদ্ধান্ত হ'ল যে যোৱাত একো হানি নাই। তেওঁলোকৰ পাৰ্টিয়ে মোক গুলি পানী খাব নোৱাৰে। কলিকতাত

আমাৰ অসমীয়া মানুহ যথেষ্ট আছে। তেওঁলোকৰ ভিতৰুৱা তথ্য জনাৰ মোৰ সুবিধা হব। যদি নিজক সংযত ৰাখি তেওঁলোকৰ পাৰ্টিত মিলি যাব পাৰোঁ, ভবিষ্যত ৰাস্তাও এটা খোলা ৰব। নিজৰ ঠাইততো আৰু যোৱাৰ উপায় নাই, ল'ৰা-তিৰোতাবোতো মায়া এৰিছোঁৱেই! তেন্তে আৰু ভাৱনা কিহৰ?

পিছদিনা ভাদুড়ীক কলিকতালৈ যোৱাৰ সন্মতি দিলোঁ। তেওঁ আনন্দ প্ৰকাশ কৰি বিছনা, চুটকেছ আনিবলৈ সাজু হ'ল আৰু কোনো দ্বিধা নকৰি মোক কলে; "মোৰ হলে টকা পইচা নাই। আপোনাৰ খৰচত যাব লাগিব। তাত গৈ উপস্থিত হ'লে টকা পইচাৰ অভাৱ নহব।" মই সন্মত হলোঁ। তেতিয়াও মোৰ হাতত প্ৰায় ৩০০ টকা জমা আছিল। তথাপি মই ভাদুড়ীক কলোঁ যে টকা যথেষ্ট পৰিমাণে নাই যদিও, যোৱাৰ খৰচৰ নাটনি নহব। বাৰু হব বুলি কৈয়েই মোক সাজু থাকিবলৈ কৈ তিনি দিনৰ সময় লৈ গুচি গ'ল।

তেওঁ যোৱাৰ পিছ দিনাই মই স্থান পৰিবৰ্তন কৰিবলৈ বাধ্য হলোঁ। সিদিনা আবেলি দেবেন বাবু ক'ৰবালৈ যোৱাত স্থানীয় চৌকীদাৰে তেখেতক লগ ধৰি হেনো প্ৰশ্ন কৰিলে; "আপোনাৰ ঘৰত এমাহমানৰপৰা এজন বিপ্লৱীয়ে আশ্ৰয় লৈছে। খবৰটো থানালৈ গৈছে আৰু মোক অনুসন্ধান কৰি ৰিপোৰ্ট দিব কৈছে। কথাটো সঁচা হলে আপোনাৰ বিপদ হব।" তেখেতে কোনো বিপ্লৱী নাই বুলি চৌকীদাৰক বুকু ডাঠি কলে। ঘৰলৈ আহি মোক কলে; "অহাকালি পুৱাতেই আপুনি গোৱালপাৰাৰ সীমা পাৰ হব লাগিব। ইয়াত থকা খবৰটো থানাই জানিব পাৰিছে। চৌকীদাৰজন জনা বুজা কাৰণে মোক সাৱধান কৰি দিছে। গম নোপোৱাকৈ আহিলে বিপদ হ'লহেঁতেন। মই হতাশভাৱে প্ৰশ্ন কৰিলোঁ; "এতিয়া ক'লৈ যাওঁ।" তেখেতে কলে; "আপোনাৰ ভয় নাই, তাৰ ব্যৱস্থা মই কৰিম্।"



অহাকালি চাহ এটুপি খায়েই দুয়ো ৰাওনা হম। আমি ক'লৈ যাম সেই খবৰ কোনোৱে নাজানিব। মাথোঁ দাদাক কথাটো জনাই থম। মোৰ দৃঢ় বিশ্বাস, ঘৰৰ ওচৰৰ মানুহবদ্বাৰা কথাটো প্ৰকাশ পাইছে। ইয়াকে কৈ তেখেতে দুখ প্ৰকাশ কৰিলে। শেষ মুহূৰ্তত এনে ঘটনা হোৱাত মোৰ বৰ দুখ লাগিল।

## বৰমহাদেৱত: তাৰ পিছত কলিকতালৈ

কোচবিহাৰ এলেকাত বৰমহাদেৱ বুলি এখন দেৱালয় আছে। কালীকান্ত আৰু নিশিকান্ত শৰ্মা নামে দুজন ভাই-ককাই সেই দেৱালয়ৰ পূজাৰী। তেওঁলোক বহু দিনৰপৰা তাত বাস কৰি আছে। তেওঁলোক বৰপেটা মহকুমাৰ কাৰাকুছি গাঁৱৰ মানুহ। দেবেন বাবুৰ লগত বহুদিনৰপৰা তেওঁলোকৰ চিনাকি আৰু ঘনিষ্ঠতা আছে। তেওঁলোকৰ ওচৰত থাকিলে ভয়ৰ কাৰণ অকণো নাই; কিন্তু সেই সময়ত অচিনাকি মানুহ কোচবিহাৰ এলেকাত প্ৰবেশ কৰিলেই গাঁওৰক্ষী বাহিনীয়ে তেতিয়াই থানাত ৰিপোৰ্ট দি আগন্তুকক কোচবিহাৰৰ সীমা অতিক্ৰম কৰি যাবলৈ বাধ্য কৰে। দেবেন বাবুৰ একমাত্ৰ ভৰষা নিশিকান্ত। তেৰোঁ সেইখিনি ঠাইৰ গাঁওৰক্ষী বাহিনীৰ সৈন্যদলভুক্ত। গতিকে তেওঁৰ ঘৰত আশ্ৰয় ললে কোনোৱে সন্দেহ কৰিব নোৱাৰিব। বিশেষতঃ কামৰূপীয়া যজমনীয়া বামুণ প্ৰায়েই তালৈ অহা-যোৱা কৰি থাকে, আৰু তাত কেবাটাও কামৰূপৰ যজমনীয়া বামুণৰ ঘৰ আছে। অচিনাকি হিচাপে যজমনীয়া বামুণ বুলি দেবেন বাবুৱে মোক তাত থৈ আহিব। নিশিকান্তকো পৰিচয় দিয়া নহব।

পিছদিনা ৰাতিপুৱাই বৰমহাদেৱ বুলি ৰাওনা হলোঁ। বৰ-

মহাদেৱৰপৰা ঘঁৰিয়ালডাঙ্গালৈ আঠ-ন মাইলৰ কম নহব। কোচ-বিহাৰ ৰাজ্যৰে ফুলবাৰী থানাৰ অন্তৰ্গত নিশিকান্তৰ ঘৰতেই পুলিচ-দাৰোগাবিলাকৰ আড্ডা; কিন্তু তাৰ পুলিচ দাৰোগাই মোক চিনি পোৱাৰ সম্ভাৱনা একেবাৰেই নাই। এবাৰমান বজাত নিশিকান্ত আৰু কালীকান্তৰ ঘৰত গৈ উপস্থিত হলোঁ। তেওঁলোকে মোক কেতিয়াও দেখা নাই আৰু ক'ৰ বামুণ তাৰো কথা সোধা নাই। দেবেন বাবুক দেখি তেওঁলোকে অভ্যৰ্থনা কৰিলে। উভয়ে চাহ খোৱাৰ পিছত নিশিকান্তই প্ৰশ্ন কৰিলে; "এখেত ক'ৰ?" দেবেন বাবুক সুবিধা নিদি মঢ়ে কলোঁ। মই কামৰূপৰ বামুণ। যজমানৰ কিবা সুবিধা পাম বুলি আপোনালোকৰ সহায় বিচাৰি আহিছোঁ। অংশীদাৰ হিচাপে কাম পালেও হয়। কালীকান্তই মুখখন বিকৃত কৰি কলে; "ইয়াত ক'ত সুবিধা হব? দুজন বামুণ বহুদিনৰপৰা এনেই বহি আছে। এই সময়ত কাম-কাজ একেবাৰে কম।" নিশি-কান্তই কলে যে দেশৰ মানুহ আহিছে যেতিয়া দুদিনমান ঘূৰি চাওক কিবা সুবিধা হলে থাকিব, নহলে গুচি যাব। মই তেওঁৰ কথাত মান্তি হলোঁ।

আমি দুপৰীয়া তাতেই খোৱা-লোৱা কৰিলোঁ। আবেলি দুই বজাত দেবেন বাবু যাব ওলোৱা দেখি গোপনে কলোঁ, কালিকা ভাদুড়ী আহিলে ইয়ালৈ পঠাই দিব। তেখেতে বাৰু বুলি কৈয়েই ঘৰলৈ গুচি গ'ল। অলপ পিছত কালীকান্তই মোক সুধিলে, "কেতিয়াবা এই ঠাইবোৰলৈ আহিছিল নেকি?" মই ঘঁৰিয়ালডাঙ্গা, সোণাহাট, গোলকগঞ্জলৈ অহা বুলি কলোঁ। তেওঁলোকে যজমনীয়া বামুণ বুলিয়ে বিশ্বাস কৰিলে। দেবেন বাবুৰ মুখে পৰিচয় পালেও নজনা ভাও লৈ 'আপোনালোক ক'ৰ' বুলি সুধিলোঁ। তেওঁলোকে বৰ-পেটা মহকুমাৰ কাৰাকুছি গাঁৱৰ বুলি কলে। মই আকৌ সুধিলোঁ, "দেবেন শৰ্মাক আপুনি জানে নে? তেওঁ কংগ্ৰেছী মানুহ; বৰ্তমান



গুৱাহাটীৰ শান্তিপুৰত থাকে।" নিশিকান্তই কলে যে তেখেত তেওঁৰ জেঠেৰিয়েকৰ পুতেক, দাদাক হয়। কথাষাৰ, শুনি দুনাই প্ৰশ্ন নকৰি মনে মনে থাকিলোঁ। কিয়নো দেবেন শৰ্মা মোৰ ভাগিন-জোঁৱাই হয়। গতিকে এওঁলোকো মোৰ আত্মীয়ই। নিশিকান্তই ঘৰৰ কথা সোধাত নলবাৰীত বুলি কলোঁ।

তেওঁলোকৰ ঘৰৰপৰা প্ৰায় দুই ফাৰ্লং আঁতৰত এটা কামৰূপীয়া বামুণৰ বহা আছে। আবেলি পাঁচমান বজাত নিশিকান্তৰ লগত তালৈ ফুৰিবলৈ গলোঁ। তাত পাঁচজনমান বামুণ থাকে। আটাই-কেইজন কাৰাকুছি অঞ্চলৰ। দুই এজন মোৰ আত্মীয়ও হয়। তেওঁলোকৰ লগত কথা পাতিলোঁ। কিন্তু তেওঁলোকৰ মনত এটা সন্দেহ ওপজাৰ অনুমান কৰিলোঁ। মই আৰু তাত নাথাকি, নিশিকান্তক এৰি, অকলে গুচি আহিলোঁ।

মোৰ উপস্থিতি লৈ তেওঁলোকৰ মাজত ৰীতিমতে আলোচনা হব ধৰিলে। এজনে হেনো কলে; "এওঁক যজমনীয়া বামুণ যেন নালাগে, আৰু নলবাৰীৰ বুলি কৈছে, কিন্তু কথাৰ ধৰণ বৰপেটীয়া।" নিশিকান্তৰ মনতো সন্দেহৰ ভাব উপজিল। তেওঁ ঘৰলৈ আহি কালীকান্তক মাতিবলৈ গ'ল, আৰু ৰাতি ন-মান বজালৈ তাত গভীৰ আলোচনা হ'ল। প্ৰতাপ শৰ্মা নামৰ এজন ল'ৰা দুদিনমান আগতে কাৰাকুছিৰপৰা উলটি গৈছে। তেওঁ নিশিকান্তক কলে: "নিশি, এওঁ যজমনীয়া বামুণ কেতিয়াও হব নোৱাৰে; এওঁ ব্ৰজ শৰ্মা। এওঁক ধৰাই দিলে গৱৰ্ণমেণ্টৰপৰা এহেজাৰ টকা পুৰস্কাৰ পোৱা যাব। কথাষাৰ অসমৰ সকলো ঠাইতে প্ৰচাৰ হৈছে।" তেনে কথা শুনি আটাইবোৰে প্ৰতাপক ধমক দিলে। "এওঁ ব্ৰজ শৰ্মা হলে আমি আশ্ৰয় দিয়াহে কৰ্তব্য। টকাৰ লোভত এনে দেশদ্ৰোহী কাম কৰিব নোৱাৰি।" শেষত সিদ্ধান্ত হ'ল যে পিছদিনা প্ৰমাণ হব। এওঁ কোন, আলোচনা শেষ হোৱাত দুয়ো ঘৰলৈ আহিল।

নিশিকান্তই সন্দেহযুক্তভাৱে মোৰ মুখৰ পিনে চাবলৈ ধৰিলে। কোনো প্ৰশ্ন হলে কৰিবলৈ সাহস নকৰিলে। মোৰ মনত সন্দেহ হ'ল। নিশ্চয় এওঁলোকৰ মাজত মোৰ বিষয়ে আলোচনা হৈ গ'ল। কালীকান্তক মাতি নিওঁতে মই সন্দেহ কৰিছিলোঁ। প্ৰয়োজন হলে সত্য পৰিচয় দিয়াটোহে উচিত হব বুলি ভাবিলোঁ। এওঁলোক মোৰ আত্মীয় যেতিয়া, অনিষ্ট হবৰ সম্ভাৱনা নাই।

এইবোৰ চিন্তাতে খাবৰ সময় হ'ল। তিনিওজনে ভাত খাবলৈ বহিলোঁ, কিন্তু নিশিকান্তই ভাত খাব পাহৰি থৰ লাগি মোৰ মুখৰ ফালে চাই ৰ'ল। তেওঁৰ তেনে অৱস্থা দেখি মোৰ হাঁহি উঠিল, "বাপু ভাত খোৱা। মোৰ মুখৰ পিনে ইমান চাইছা কিয় ?" মোৰ হাঁহি দেখি তেওঁ সুধিবলৈ সাহস পালে। "আপুনি শিলা গাঁৱৰ নেকি ?" মই আকৌ হাঁহি মুখে কবলৈ ধৰিলোঁ, "ভাত খাবলৈ পাহৰা কিয় ? মনত যদি ইমানেই সন্দেহ হৈছে, খোৱাৰ পিছতো তাক আঁতৰাব পাৰিবা।" কালীকান্তই ঘপহকৈ কৈ পেলালেযে তেওঁলোকে আগতেই মোক যজমনীয়া বামুণ নহয় বুলি অনুমান কৰিছিল। নিশিকান্তই মই উল্লেখ কৰি অহা কথাবোৰ কলে। প্ৰতাপৰ হাজাৰ টকা পুৰস্কাৰ লোৱাৰ ইচ্ছাবো কথা কলে।....নিশিকান্তৰপৰা সকলো জানিলোঁ। ৰাতিপুৱা বামুণবিলাকে মোৰ পৰিচয় লবলৈ আহিব।

মই নিশিক তেওঁলোকক আহিবলৈ বাধা দিবলৈ কলোঁ। তেও মোক নিৰ্ভয় দি কলে ; "অহা কালি ইয়াত হাট বহিব। ফুলবাৰী থানাৰ পুলিচবিলাকে বজাৰ কৰি মোৰ ঘৰতে জিৰণি লব। আপুনি ভয় নকৰি ঘৰতে কিতাপ পঢ়ি থাকিব। এঘণ্টামান পিছত সিহঁত গুচি যাব।" মই "বাৰু সেয়ে হব" বুলি কৈ তেওঁৰ সঙ্গীসকলক মোৰ পৰিচয় দিবলৈ কলোঁ।

পিছদিনা নিশিকান্তই খবৰ দিবলৈ যাওঁতে আটাইবিলাকে আহি মোক আগুৰি ধৰিলে। এজন আদহীয়া মানুহে মোক কবলৈ



ধৰিলে ঃ "আপোনাৰ কোনো ভয় নাই। যিমান দিনলৈ ইচ্ছা কৰে, ইয়াতেই থাওক। কোচবিহাৰত কামৰূপীয়া বামুণৰ ইমান বহা আছে যে দুদিনকৈ থাকিলেও আপোনাৰ বছৰ পূৰ হব।" মই 'সেয়ে হব' বুলি কলোঁ। তাৰ মানুহবিলাকে মহাবৈষ্ণৱ মহাদেৱৰ নামত পাৰ বলি দিয়া দেখি মই আচৰিত হলোঁ। প্ৰতিদিনে প্ৰায় চাৰি-যোৰা বলিৰ পাৰ নিশিকান্তৰ ঘৰত জমা হয়। সদায় পাৰৰ মাংস খাওঁ। মহাবৈষ্ণৱৰ নামত পাৰ, পঠা, খাহী পৰ্যন্ত বলি হোৱাটো কেনে অস্বাভাৱিক। কোন তন্ত্ৰৰ এই নিৰ্দেশ কব নোৱাৰোঁ। যিয়েই নহওক পূৰ্বপুৰুষৰ ৰীতিৰ নিশিকান্তই অৱশ্যেই ব্যতিক্ৰম কৰিব নোৱাৰে।

পিছদিনা আবেলি পৰত পূৰ্ণ দত্ত আৰু কালিকা ভাদুড়ী নিশিকান্তৰ ঘৰত উপস্থিত হ'ল। তেওঁ এওঁলোকক নিচিনে। মই নিশিকান্তক উভয়ৰেই চমু পৰিচয় দিলোঁ। পূৰ্ণ দত্ত মোৰ বাল্যবন্ধু ; গৌৰীপুৰত একেলগে পঢ়িছিলোঁ। ভাদুড়ীৰ পৰিচয় আগতে উল্লেখ কৰা মতে দিলোঁ। নিশিকান্তক অকলে মাতি নি পিছদিনা ৰাতিপুৱা ভাদুড়ী আৰু মই কলিকতালৈ যাম বুলি কলোঁ। কথাষাৰ শুনি তেওঁ আচৰিত হ'ল,কিন্তু মুখেৰে একোকে নকলে। সিদিনা ৰাতি ভাল ভাল খোৱা বস্তুৰ যোগাৰ কৰিলে। পিছদিনা ৰাতিপুৱা চাহ এটুপি খাই আমি বাৰকোদালিৰ অমূল্য বাবুৰ ঘৰলৈ খোজ ললোঁ। আগৰপৰাই তেখেত ভাদুড়ীৰ পৰিচিত। সেই গাঁৱৰপৰা দেৱানগাঁও ষ্টেচনলৈ যাবৰ সুবিধা আছে। বাৰকোদালিৰপৰা বলৰামপুৰৰ বজাৰ পাৰ হৈ যি ৰাস্তা গৈছে, সেই ৰাস্তাৰে দেৱানগাঁৱলৈ পোন্ধৰ মাইলমান যাব লাগিব। ভাদুড়ীয়ে অমূল্য বাবুক উচ্চশিক্ষিত মাৰ্জিত আৰু ৰুচিসম্পন্ন বুলি কৈছে। তেখেতৰ ভায়েক চমূল্য বাবুৰ টনকিয়াল অৱস্থা ; সৰুসুৱা এজন জমিদাৰ। বেলি এঘাৰমান বজাত তেখেতৰ ঘৰত উপস্থিত হলোঁ। ধুবুৰীৰ ডেকাসকলে তাতেই আহি গোট খাইছে।

তেখেতে অলপমান জিৰণি লোৱাৰ পিছতে চাহ-চুজিৰে অভ্যৰ্থনা জনালে। ডুপৰীয়াৰ খোৱাবো ভাল যোগাৰ কৰিছিল। তেখেত আভিজাত্যবিহীন, বিনয়ী। আগতে নাজানিলে গ্ৰেজুয়েট বুলি ধৰিবৰ উপায় নাই। সাধাৰণ মানুহৰ লগতো অবাধে মিলিব পৰা শক্তি আছে। অন্তৰৰ ভাৱ বুজা হলে সহজ নহয়। বাহিৰৰ ফাল ভদ্ৰতাৰ আৱৰণেৰে সম্পূৰ্ণ আবৰা। অৱস্থা টনকিয়াল হলেও কৰ্মহীন হৈ বহি নাথাকে। তেখেত ফুলবাৰী হাইস্কুলৰ শিক্ষক, আন হাতে এজন মস্ত বিপ্লৱী। ঘৰত থকা সময়খিনি সঙ্গীহীনভাৱে কটায়। ভাদুড়ী আৰু মোক যথেষ্ট সম্মানেৰে দুদিন ৰাখিলে। পিছদিনা আমি চৰাঘৰত বহি খবৰৰ কাকত পঢ়ি আছোঁ, এনেতে ফুলবাৰী থানাৰ এজন পুলিচে অমূল্য বাবুক এখন চিঠি দিলে। তেখেতে চিঠিখন পঢ়ি গম্ভীৰ হ'ল আৰু মোলৈ আগবঢ়ালে। মই চিঠিখন পঢ়ি অবাক হলোঁ। চাৰি শাৰীৰ চিঠি। তাত ইংৰাজীতে লিখিছে। "আপোনাৰ ঘৰত বিপ্লৱীৰ সমাগম হোৱা বুলি শুনিছোঁ সোনকালে বিদায় দিয়ক; নহলে বন্ধুত্ব ক্ষুণ্ণ হব।" এখন চিঠি পুলিচটোক দি বিদায় দিলে। সি গুচি গ'ল। তেখেতো ভিতৰত সোমাল। আমাৰ মনত অশান্তিৰ সৃষ্টি হ'ল। ভাদুড়ীক কলোঁ; "আমাৰ ইয়াত আৰু থকা উচিত নহব। সোনকালেই যাবৰ দিহা কৰিব লাগে।" মাজৰ কোঠাত ধুবুৰীৰ ল'ৰাকেইজনে নিজৰ বিছনা যতনালে, আৰু খোজ ললে। তেওঁলোকক যোৱা দেখি মোৰ ইয়াত থাকিবলৈ একেবাৰেই ইচ্ছা নোহোৱা হ'ল। ভাদুড়ীৰ মনৰ ভাৱো মোৰেই অনুৰূপ। অমূল্য বাবুৱে চাকৰৰ হাতত এখন ট্ৰেত দু কাপ চাহ পঠাই দি নিজে একাপ হাতত লৈ আহিব লাগিছে। আহি তেখেতে আমি দুজনৰ বাহিৰে আনবোৰক নেদেখিলে। প্ৰশ্ন কৰিলে, "ল'ৰা কেইজন ক'লৈ গ'ল? ভাদুড়ীয়ে 'গতি বিষম যেন দেখি আঁতৰি গ'ল' বুলি কলে। তেখেতে হাঁহি এটি মাৰি



কলে, "তেওঁলোকে ইমান ভয় পালে নে? কোচবিহাৰৰ পুলিচৰ সিমান ক্ষমতা নাই। সিহঁতে সন্দেহযুক্ত মানুহক ষ্টেটৰপৰা বাহিৰ কৰি দিব পাৰে মাত্ৰ। গোৱালপাৰা বা কামৰূপৰ ওৱাৰেণ্ট নাপালে গ্ৰেপ্তাৰ কৰিব নোৱাৰে। মই দুজন ভদ্ৰলোক দেখা কৰিবলৈ অহা বুলি দাৰোগালৈ লিখিছোঁ। তেওঁলোক মোৰ বন্ধু। বিপ্লৱী বুলি যেয়ে কৈছে, সি ভুল কৈছে। এতিয়াই তেওঁলোক টাউনলৈ গুচি গ'ল।—আপোনালোকে ভয় নাখাব। ওৱাৰেণ্ট থাকিলেও মোৰ ঘৰত আপোনালোকক গ্ৰেপ্তাৰ কৰিব নোৱাৰে।" আমি তেখেতৰ আশ্বাসবাণীৰ ওপৰত নিৰ্ভৰ কৰি ৰাতিটো ৰলোঁ। আমাৰ স্ফূৰ্তিৰ ভাব হলে নোহোৱা হ'ল। এটা অশান্তিৰ মাজেৰে ৰাতিটো কটালোঁ। পুৱা চাহ এটুপি খায়েই দেৱানগাঁৱলৈ ৰাওনা হ'লোঁ। বেলি প্ৰায় এঘাৰ বজাত বলৰামপুৰ পালোঁ। বাৰকোদালিৰপৰা ইয়ালৈ প্ৰায় সাত মাইল। যিমান ডাঙৰ ঠাই বুলি ভাবিছিলোঁ, সিমান ডাঙৰ নহয়। সৰু বজাৰ এখন। চাৰিঘৰ মাৰোৱাৰী আৰু পাঁচ-ছখন গেলা মালৰ দোকান। দুখন মিঠাইৰ দোকান; নামত এখন হোটেল আছে। মেনেজাৰক আগতে অৰ্ডাৰ দিব লাগে, নহলে ভাত পাবৰ উপায় নাই। আমি ভাতৰ কথা কোৱাত হোটেলৱালাই আঠ-ন অনাকৈ লগাৰ কথা কলে। তেতিয়া টাউনত ভাতৰ প্লেট ছ'অনাৰ বেছি নাছিল। আমি সম্মতি দিলোঁ যদিও, ভাল খাদ্যৰ কথা উল্লেখ কৰিলোঁ। একমান বজাত খাবলৈ গৈ দেখোঁ যে মচুৰ মাহৰ পানী, ৰঙা লাও ভজা আৰু সৰু মাছৰ লগত কোমোৰা মিহলোৱা ৰুচিহীন আঞ্জা এখন। সি যি কি নহওক, সময়মতে ভাত এমুঠি পালোঁ। দুই বজাত আকৌ ৰাওনা হৈ সন্ধিয়াৰ আগতে দেওৱান গাঁও ষ্টেচন পালোঁ। ৰাতি নমান বজাত কলিকতালৈ দুখন টিকিট কাটি গাড়ীত উঠিলোঁ।

# কলিকতাত

পিছদিনা এঘাৰমান বজাত শিয়ালদহ ষ্টেচনত নামি হেৰিচন ৰোডত এখন চাহৰ দোকানত সোমাই চাহ খালোঁ। অলপ পিছতে ধৰ্মতলালৈ যোৱা ট্ৰাম এখন পাই তাতে উঠি চৌৰঙ্গী পালোঁগৈ। তাত ট্ৰাম সলনি কৰি কালীঘাটলৈ যোৱা ট্ৰামত উঠি কালীঘাট ডিপোত নামিলোঁ। তাৰ "কালিকা আশ্ৰম" নামৰ হোটেল এখনত গা-মূৰ ধুই ভাত খালোঁ। বিশ্ৰামৰ কাৰণে বিছনা মেলোঁতেই ভাতুড়ীয়ে মোক কলে; "শৰ্মা! মই এতিয়া আমাৰ অনুষ্ঠানৰ অফিচলৈ যাম। আপুনি শুই থাকিব। মই নহা পৰ্যন্ত ক'লৈকো নাযাব। মই পাৰ্যমানে সোনকালে আহিবলৈ চেষ্টা কৰিম।" সেয়ে হব বুলি কলোঁ। তেখেত গুচি গ'ল।

তেখেত দিনৰ বাৰ বজাত ওলাই গৈ ৰাতি সাত বজাতো ঘূৰি নহাত মনত সন্দেহ হ'ল। খৰচৰ অভাৱত কলিকতালৈ আহিব পৰা নাছিল বুলি ধৰিলোঁ। সেই সুবিধাখিনি মোৰপৰা আদায় কৰিলে। যাওক! কলিকতা মোৰ অচিনাকি চহৰ নহয়। মোৰ সুবিধা মই নিজেই কৰি লব পাৰিম। তথাপি মনত অলপ অশান্তিৰ ভাৱ উপজিল। এনেতে ভাতুড়ীয়ে নতুন পাঞ্জাবী, ধুতি, জোতা পিন্ধি এক নম্বৰ বাবুটো হৈ উপস্থিত হ'লহি। প্ৰথমে মই চিনিবই পৰা নাছিলোঁ। দাড়ি গোঁফ খুৰাই মুখত স্নো সানি চেহেৰা সলনি কৰিছে। এটিও ফুটা পইচা নোহোৱা ভাতুড়ীৰ পোছাক দেখি অবাক্ হলোঁ।



# দেৱীপ্ৰসন্ন সেনৰ ঘৰত

ভাতুড়ীয়ে হাঁহি এটি মাৰি মোক কলে: "শৰ্মা! ইয়াতে খাই-বই লওক। আমি ৰছাৰোডৰ মূৰলৈ, প্ৰায় টালিগঞ্জৰ ওচৰৰ লেকৰ কাষলৈ যাব লাগিব। আপুনি তাত থাকিব লাগিব। খাব লাগিব ৰাসবিহাৰী এভিনিউৰ মূৰৰ এখন হোটেলত। মই তাত নাথাকোঁ। দিনৰ ভিতৰত মোক লগ নাপাব। ৰাতি আঠ বজাৰ পিছতহে আমাৰ সাক্ষাৎ হব। আপুনি যি ঘৰত থাকিব, সেই ঘৰৰ মালিকক দেখা নাপাব। তেখেত ঢাকাত থাকে। ল'ৰাজন আমাৰ কৰ্মী অথচ গবৰ্ণমেণ্টৰ চাকৰিও কৰে। তেখেত দেৱীপ্ৰসন্ন সেন। দিনত তেখেতকো লগ নাপাব; ৰাতি আঠ বজাৰ পিছত লগ পাব। তেখেতে ক'ত চাকৰি কৰে, কোন অনুষ্ঠানৰ কৰ্মী ইত্যাদি একো প্ৰশ্ন নকৰিব। খৰচৰ বাবে আজি পঞ্চাশ টকা লওক, পিছত যিমান আৱশ্যক হয় সদায় দেৱীবাবুৰপৰা পাব। মই হয়তো কেতিয়াবা এসপ্তাহৰো অধিক দিন নাইকিয়া হম। আপুনি নিঃসন্দেহে থাকিব। সন্দেহযুক্ত কিবা কাৰণ হলেই খবৰ পাব। ইয়াকে কৈ টকা পঞ্চাশটা মোক দি, হোটেলৱালাক ভাত দিবলৈ কলে। খাই বৈ নিৰ্দিষ্ট ঠাইলৈ ৰাওনা হলোঁ। তেতিয়া ৰাতি নমানহে বাজিছে। ট্ৰাম বন্ধ হোৱা নাই। আমি ট্ৰামত উঠি লেকত নামিলোঁ। ভিতৰুৱা গলি এটাৰে ঘূৰি গৈ দেৱীপ্ৰসন্ন বাবুৰ ঘৰত উপস্থিত হলোঁ। আমি দৰ্জাত শব্দ কৰাৰ লগে লগে তেখেত ওলাই আহি আমাক ওপৰলৈ লৈ গ'ল। তেখেতক দেখিয়েই বৰ ভাল লাগিল। বয়স প্ৰায় চল্লিশ বছৰমান হব। হৃষ্টপুষ্ট লোক। লাৱণ্যযুক্তও। দেখিলেই কোনো ভদ্ৰঘৰৰ মানুহ বুলি ধৰিব পাৰি। ওপৰলৈ গৈ সেই প্ৰকাণ্ড ঘৰটোত তেখেতৰ

বাহিৰে দ্বিতীয় প্ৰাণী নেদেখিলোঁ। ৰাতিপুৱা সাত বজাতেই ওলাই গৈ বাহিৰত ভাত পানী খাই, ৰাতি ন বজাত উলটি আহে। ইয়াৰ আগত এদিনো তেওঁক লগ পোৱা নাই।

মই অকলে কিতাপ পঢ়ি দিন কটাওঁ। পুৱা আবেলি ঘৰত তলা মাৰি ফুৰিবলৈ যাওঁ। মই যিটো ৰুমত থাকোঁ, সেইটো তেখেতৰ ড্ৰইং ৰুম। তাত সদায় দৈনিক "আনন্দবাজাৰ", "যুগান্তৰ" এই দুখন খবৰৰ কাকত থাকে। তাৰ উপৰি সাপ্তাহিক আলোচনী, মাসিক পত্ৰিকা আদি এখনো বাদ নিদিয়ে। এইবোৰ পঢ়ে কেতিয়া, সেইটোহে ভাবিব লগীয়া। ৰাতি ন বজাৰ পিছত কেতিয়াবাহে মাসিক পত্ৰিকা নাইবা সাপ্তাহিক কাকত হাতত লোৱা দেখা যায়। ৰাতিপুৱা পাঁচ বজাতে বিছনাৰপৰা উঠে। ৰাতি ন বজাৰ পিছত আৰু পুৱা ছয় বজাৰ পিছত কেতিয়াবা কেতিয়াবা দুই এজন সমনীয়া বন্ধু আহে। তেওঁলোকে আহিলে মই তেখেতৰ লগত নাথাকোঁ। পাতল ধৰণৰ চছমা পিন্ধা এজন ল'ৰা হলে প্ৰায় আহি থাকে ; কিন্তু মোৰ লগত কোনোৱে কথা-বতৰা নাপাতে, আৰু মোৰ কোঠালৈও নাযায়। ময়ো নীৰৱে পঢ়ি থাকোঁ। তেওঁলোকে সৰু সৰুকৈ কথা পাতে অলপমান আঁতৰৰপৰাও গম পাবৰ উপায় নাই। মই কেতিয়াবা লক্ষ্য কৰোঁ। এদিন ভাদুড়ী আৰু তেখেতে মোৰ ৰুমত সোমাই প্ৰশ্ন কৰিলে ; "শৰ্মা ! মই সৰভোগলৈ যাব খোজোঁ ! আপুনি তাৰে বিশ্বাসী মানুহ কেজনমানৰ লগত চিঠিৰে চিনাকি কৰি দিয়ক, মই যাতে তালৈ গৈ কৰ্মী সংগ্ৰহ কৰি আমাৰ ক্ষেত্ৰ প্ৰস্তুত কৰিব পাৰোঁ।" তেখেতৰ কথা শুনি মই আচৰিত হ'লোঁ। মানুহজনৰ দেশসেৱাৰ ভাৱ দেখি শ্ৰদ্ধাও জন্মিল। "এনেকুৱা অৱস্থাত তাত গৈ আপুনি কেনেকৈ কৰ্মী সংগ্ৰহ কৰিব ?" উদ্বিগ্নভাৱে সুধিলোঁ। "পুলিচৰ ইমান উৎপাতত কেনেকৈ আপোনাৰ আশা পূৰণ হব ?" তেখেতে এটি হাঁহি মাৰি কলে। আপুনি ভয় খাব নালাগে। মই কেন্‌ভাচাৰ



হৈ যাম। মনোহাৰী মাল, চাবন, তেল ইত্যাদিৰ নমুনা চুটকেছত ভৰাই লম। কোম্পানীবোৰৰ লগত আমাৰ সেই বিষয়ে আলোচনা হৈছে। তেওঁলোকৰ কোম্পানীৰ ছপোৱা হেণ্ডবিলো নিব পাৰিম। যদি আপোনালোকৰ সৰভোগৰ ডাঙৰ কাৰবাৰীৰ লগত সুবিধা কৰিব পাৰোঁ, তেতিয়া নাৰিকলৰ তেলৰ টিনত ৰিভলভাৰ, বোমা অনায়াসে নিবলৈ সুবিধা পাম। তেনেকুৱা ঠাই পালে, তাতেই কাৰখানা প্ৰস্তুত কৰিব পাৰিম। ধুবুৰীত আমাৰ যথেষ্ট কৰ্মী আছে। সৰভোগত থিতাপি হবৰ সুযোগ পালে সুবিধা হয়। যদি কাৰখানা প্ৰস্তুত কৰিব পাৰোঁ, তেনেহলে সৈন্যৰ ট্ৰেইন পৰ্যন্ত উৰাই দিব পাৰিম। বিমানঘাটিকো অনিষ্ট কৰাৰ সুবিধা হয়। ভাদুড়ীয়ে এই-বোৰ কথা কৈ থাকোঁতে দেৱীবাবু লাহে লাহে আঁতৰি গ'ল। এওঁ-লোকৰ দলটো যে ৰেডিকেলিষ্ট বা কমিউনিষ্ট হব তাক বুজিবলৈ বাকী নাথাকিল। যি হওক! সেইবোৰ ভবাৰ মোৰ দৰকাৰ নাছিল কাৰণ দুয়ো দলৰে উদ্দেশ্য ইংৰাজৰ যুদ্ধ প্ৰচেষ্টাত বাধা জন্মাই স্বাধীনতা লাভ কৰা। মই সন্মত হলোঁ যদিও, এওঁলোকৰ আৰ্থিক সমস্যাৰ বিষয়ে ভাবিবলৈ ধৰিলোঁ। কথাষাৰ ভাদুড়ীক সুধিলোঁ। তেখেতে মিচিকীয়া হাঁহিৰে টকাৰ অভাৱ নাই বুলি কলে। ইয়াকো কলে সে ভঁৰালত তেতিয়াও পয়ত্ৰিশ লাখ জমা আছে। বজাৰৰ মাৰোৱাৰী, অমৃতবজাৰ পত্ৰিকাৰ ষ্টাফ আৰু আন আন অনুষ্ঠানৰ ষ্টাফেও মাহিলি চাঁদা দিয়ে। মই পাতলভাৱে সুধিলোঁ, 'আপোনা-লোকৰ ভৱিষ্যত লক্ষ্য কি ?' ভাদুড়ীয়ে মুখ টিপি হাঁহিলে আৰু কলে, —"আপোনালোকৰ কংগ্ৰেছৰ যি লক্ষ্য আমাৰো সেয়েই। আপুনি। আপুনি আমাৰ ভিতৰখন জনাৰ চেষ্টাত আছে। এতিয়া নহয়। আমাক সহায় কৰক! সময়ত সকলোখিনি বুজিব। বৰ্তমান এওঁলোকৰ ভিতৰ বুজাৰ চেষ্টা কৰা বৃথা বুলি ধৰিলোঁ। এওঁলোক অতিশয় চতুৰ। ....তিনিখন চিঠি লিখিলোঁ—এখন চন্দ্ৰলৈ, এখন গিৰীশ দাসলৈ আৰু

আনথন প্ৰতাপ দেলৈ। ভাদুড়ীয়ে অলপো অসমীয়া কথা নাজানে। সেই বাবে প্ৰথমে সহায় কৰিবলৈ প্ৰতাপ দেক অনুৰোধ কৰিলোঁ। মোৰ মঙ্গল বাতৰি ভতিজাকো দিয়া হ'ল। চিঠিকেইখন ভাদুড়ীক দি সুধিলোঁ,—"আপোনাৰ কৰ্মৰ সংবাদ কেনেকৈ পাম?" তেখেতে তেখতসকলৰ চিঠি-পত্ৰৰ আদান প্ৰদান কালীপ্ৰসন্ন সেন আৰু দেৱী বাবুৰ নামত হোৱা বুলি কলে। দেৱী বাবুৰপৰা সকলো খবৰ পোৱা আৰু সৰভোগত মোৰ ঘৈণীৰ লগত পাৰিলে দেখা কৰাৰো কথা কলে। দৰকাৰ হলে সহায়ো কৰিবলৈ সাজু। তেখেতসকলে দলৰ কিছুমান কৰ্মীৰ পৰিয়ালক সহায় কৰে। এনেতে বাহিৰৰপৰা দেৱী বাবুৱে মাত লগালে।—"মিষ্টাৰ শৰ্মা। মই ভিতৰলৈ যাব পাৰোঁ নে?" মই 'নিশ্চয় পাৰে' বুলি কলোঁ। 'আপোনাৰ ওচৰত মোৰ একোৱেই গোপন থাকিব নোৱাৰে।' তেখেতে হাঁহি মুখে সোমাই আহি মোৰ বিছনাত বহিল। ভাদুড়ীক সুধিলে,"তোমাৰ উদ্দেশ্য সিদ্ধি হ'ল নে?" নিশ্চয় হব বুলি ময়েই কলোঁ। তেখেতে আকৌ প্ৰশ্ন কৰিলে, "বঙালী মানুহ তাত কিমান আছে? কোনো ডাঙৰ কাৰবাৰী আছে নে?"—বঙালী মানুহ যথেষ্ট আছে আৰু ডাঙৰ কাৰবাৰীও আছে। ভাদুড়ীয়ে আগেয়ে থিতাপি লব পাৰিলে, পিছতো সহায় লোৱাৰ সুবিধা হব।

ভাদুড়ীয়ে তেখেতক কলে—"আপুনি শৰ্মাৰ থকা-খোৱাৰ প্ৰতি নজৰ ৰাখিব। কোনো বিষয়তে যেন তেখেতে অসুবিধা নাপায়। দেৱী বাবুৱে মোক সুধিলে, মোৰ টকা নাই নেকি। পুৰা টকা লব লাগে। মই আজিও পোন্ধৰ কুৰি টকা আছে বুলি কলোঁ। তেখেতে বাকী হব বুলি কৈ আকৌ ত্ৰিশ টকা লবলৈ কলে। মই মনে মনে থাকিলোঁ। ভাদুড়ীয়ে মোক সম্ভাষণ জনাই সৰভোগলৈ যাত্ৰা কৰিলে।



## দেৱী বাবুৰ বদান্যতা

পিছদিনা ৰবিবাৰ। দেৱী বাবু অফিচলৈ নাযায়। মোক কলে, "শৰ্মা! আজি আমি একে লগে খাব পাৰিম। আপুনি সোনকালে নাখাব। দহমান বজাত খালে বোধ হয় একো অসুবিধা নহব।" মই তেখেতৰ সুবিধা মতে হব বুলি কলোঁ।—কলে, "মই পুৱাতেই বজাৰলৈ যাম। গতিকে নবজালৈ আপুনি ঘৰতে থাকিব। তাৰ পিছতহে আমি হোটেললৈ যাম।"........

তেখেত বজাৰলৈ গ'ল। মই কিতাপ পঢ়ি আছোঁ। তেখেতে কুলী এজনৰ মূৰত এখন বিছনা লৈ আহিল। সৰু তোষক এখন, বিছনা চাদৰ, বালিচ, আঠুৱা আৰু পছমী কম্বল এখন। বিছনাখন মোৰ বাবে কিনিছে—মোক দিলে। মই অবাক্ হলোঁ, আৰু মোৰ এখন আছে যেতিয়া আকৌ কিয় আনিলে বুলি কলোঁ। তেখেতে 'আপোনাৰ বিছনাখন একেবাৰে সাধাৰণ' বুলি কৈ বিছনাখন মোৰ কোঠাত থৈ বাহিৰলৈ ওলাই গ'ল।....দহমান বজাত আমি ৰাস-বিহাৰী এভিনিউৰ মূৰৰ সেই হোটেলখনত উপস্থিত হলোঁ। মেনেজাৰে এটা কোঠাত আমাক খোৱাৰ যোগাৰ দিলে। তাৰ খোৱা বস্তুৰ উপৰিও দেৱী বাবুৱে মাংস, কণী, দৈৰ বন্দোবস্ত কৰিছিল। খোৱা শেষ কৰি বাহৰত আকৌ উপস্থিত হলোঁ।

আবেলি 'আৱাহন' অফিচৰ অধ্যক্ষ দীননাথ শৰ্মাৰ ওচৰত মোৰ জমা থকা টকা পোন্ধৰ-কুৰি থবৰ মনেৰে তেওঁৰ ঘৰত উপস্থিত হলোঁ, কাৰণ মোৰ খৰচ ভাদুড়ীহঁতৰ অনুষ্ঠানেই বহন কৰিছে যেতিয়া, মোৰ টকাখিনি নিৰাপদ ঠাইত থোৱাই শ্ৰেয়ঃ। তেওঁ মোক দেখি তৎক্ষণাৎ ভিতৰলৈ মাতি নিলে আৰু সৰুকৈ কলে, 'টিক টিক কৈ অনবৰত ঘূৰিয়ে আছে। পলম নকৰিব। সোনকালে যাওক। আহিবৰ মন

গলে সন্ধিয়াৰ পিছত আহিব।' মই টকাখিনি তেওঁৰ হাতত দি কলোঁ 'মোৰ আৱশ্যক নহয় মানে টকাখিনি ৰাখক।' তেওঁ ললে। মই তৎক্ষণাৎ গুচি আহিলোঁ। সন্ধিয়া হোৱাৰ পিছত বাহৰত উপস্থিত হলোঁ। দেৱী বাবু তেতিয়াও অহা নাই। মই মুখ হাত ধুই শুব ওলোৱাতহে দুজন ডেকাৰে সৈতে কোঠাত সোমালহি। অলপ পিছতে মোৰ কোঠাত সোমাই টকা ত্রিশটা দি কলে, আপুনি অভাৱ বিহীনৰ দৰে খোৱা-লোৱা কৰিব। টকা যি লাগে পাই থাকিব। এই বুলি আকৌ নিজৰ কোঠালৈ গ'ল। তেতিয়াও মই ভাত খোৱা নাই। ৰাতি চাৰে আঠমান বজাত হোটেললৈ ৰাব ওলোৱাত তেখেতে মাত লগালে, "অলপ ৰহক। ময়ো গৈছোঁ।" মই অপেক্ষা কৰিলোঁ। ডেকাদুজনক বিদায় দি তেখেতে মোক মাতিলে। মই তেখেতক প্রশ্ন কৰিলোঁ,"যদি ভাদুড়ী বাটতে বা সৰভোগত ধৰা পৰে, তেতিয়া মোৰ চিঠিবোৰ ?"....তেখেতে হাঁহি মাৰি কলে—"আপুনি ভয় নকৰিব। তেওঁ ধৰা পৰিলে চিঠিবোৰ চোবাই খাই থব। আমাৰ অনুষ্ঠানৰ প্রত্যেক কৰ্মীয়েই এইখিনি ভালভাৱে জানে। আপোনাৰ চিঠি পুলিচৰ হাতত কেতিয়াও নপৰে। সেইখিনি দায়িত্বজ্ঞান আমাৰ আছে। আহক, এতিয়া ভাত খাই আহোঁগৈ।"....তেখেতৰ ঘৰত দহ বাৰ দিন কটালোঁ। তেখেতে সৈতে দুদিনমান চিনেমাও চালোঁ। বেছ আনন্দৰ মাজেৰে দিনবোৰ অতিবাহিত হবলৈ ধৰিলে। হঠাৎ এদিন এটা ঘটনা ঘটিল। তেখেতৰ সহকৰ্মী এজনক পুলিচে গ্রেপ্তাৰ কৰিলে। তেখেতে গম পাই ব্যস্তভাৱে দুই বজাত ঘৰত উপস্থিত হ'ল। মোক সাৱধান কৰি কবলৈ ধৰিলে; "শৰ্মা, আপুনি এতিয়া দুৱাৰত তলা মাৰি ফুৰিবলৈ যাওক। ৰাতি দহমান বজাত খাই বই উভতি আহিব আৰু অন্য মেচ বা হোটেলত এটা কোঠা লোৱা চেষ্টা কৰিব। টকা-পইচা যি লাগে আমি দিম। মোক গ্রেপ্তাৰ কৰা সম্ভাৱনা বেছি। মই যদি ধৰা পৰোঁ মোৰ ইয়ালৈ আহি থকা, চচমা



পিন্ধা ল'ৰাজনে আপোনাক খবৰ পাতি দি থাকিব। দিনত ইয়ালৈ কেতিয়াও নাহিব। ঠিকনাটো ৰাতি আহি মোৰ 'লেটাৰ বক্স'ত থৈ যাব। ধৰা নপৰিলেতো দেখা হৈয়েই থাকিব পাৰিব। সম্ভৱ আঠ-দহ দিনৰ ভিতৰত 'ফেমিন ৰিলিফ'ত ( দুৰ্ভিক্ষপীড়িতসকলৰ সাহায্য ) আমাৰ গেঙৰ লগত আপুনি মেদিনীপুৰলৈ যাব লাগিব। এতিয়া ওলাই যাওক! য'তেই নহওক, কোঠা বন্দোবস্ত কৰিবই। সুবিধা হলে আজিয়েই গুচি যাব। এই কথাখিনি কৈয়েই খৰধৰকৈ তেওঁ ওলাই গ'ল। ময়ো একমুহূৰ্তও পলম নকৰি দৰজাত তলা মাৰি ওলাই গলোঁ।...তেখেতৰ প্রত্যেক কোঠাতে তলা আছে। মই থকা কোঠা-টোৰ আৰু বাহিৰৰ দৰজাৰ চাবি দুপাট মোৰ হাতত, দুপাট তেখেতৰ লগত থাকে। যিজনে আগতে আহোঁ সেয়ে বাহিৰৰ তলা খুলি ভিতৰ সোমাই ভিতৰৰপৰা কিলিপ লগাই ওপৰত থাকোঁগৈ। বাকী-জন আহি দুৱাৰত আঘাত কৰিলেই দৰজা মেলি দিওঁ।

মই ট্রামত উঠি ভৱানীপুৰলৈ ৰাওনা হলোঁ। তাৰ যগুবাবুৰ বজাৰৰ ওচৰত দুটামান মেচ আছে। তাৰে এটাত সোমাই মেনে-জাৰৰ লগত দেখা কৰি কোঠা ভাৰা দিব পাৰে নেকি সুধিলোঁ। তেওঁ কম নাই বুলি কলে। তেতিয়া স্কুল ৰোডৰ মূৰত থকা এটা মেচত সোমালোঁ। মেনেজাৰক কোঠাৰ কথা সোধাত মাথোঁ এটা চিট্ থকা বুলি কলে। প্রতিটো কোঠাত দুটাকৈ চিট থাকে। কোঠা ললে দুটা চিটৰে ভাৰা দিব লাগে। মই সেইখিনিও সাজু আছিলোঁ, যদিও কোঠা নাই। মই ৰাতি আঠ বজাত নাইবা ৰাতিপুৱা বাকী চিটটো লোৱা নোলোৱাৰ খবৰ জনাম বুলি কৈ ওলাই আহিলোঁ। ধৰমটোলা, আহিড়ীটোলা, শ্যামবজাৰ, কলেজষ্ট্রীট, হেৰিচনৰোড আদিতো কোঠাৰ অনুসন্ধান কৰিলোঁ। কিন্তু ক'তো নাপালোঁ। পিছদিনা ৰাতিপুৱা গৈ সেই চিটটোকেই দখল কৰিলোঁ। মেচ সলনি কৰাৰ আশাত দেৱী বাবুক ঠিকনাটো নিদিলোঁ। আৰু তেখেতেও সেই বিষয়ে মোক একো সোধাও নাছিল।

'আৰাহন' অফিচটো ৩নং গোবিন্দ বোস লেনত অৱস্থিত, মই থকা ঠাইৰপৰা দুই ফাৰ্লঙৰ কম নহব। স্কুল বোৰ্ডৰ মেচটো আশুতোষ মুখাৰ্জী ৰোডৰ ওচৰতে। অলপ সুবিধা হ'ল। ইয়াত অসমীয়া মানুহ লগ পাম। কলিকতালৈ অহাৰেপৰা অসমীয়া কথা কব পোৱা নাই, এইবাৰ সেইখিনি সুবিধা পাম। বজালীৰ বামুণকুছি গাঁৱৰ হৰগোবিন্দ শৰ্মাই 'আৰাহন' অফিচত কাম কৰিছিল। মাজে সময়ে তেওঁৰ লগত ফুৰিবলৈ যাওঁ।

মোৰ কোঠাত থকা মানুহজন ঢাকাৰ। বয়স দুয়োৰে প্ৰায় সমান হব। তেওঁক নিৰীহ সাধু প্ৰকৃতিৰ যেন দেখি। কথা বতৰাও বিশিষ্ট ভদ্ৰলোকৰ নিচিনা। নামটো মনত নাই যদিও উপাধি মনত আছে, মল্লিক। মোৰ লগত তেওঁ ভাই-ককাইৰ দৰে মিলি গ'ল। ৰাতিপুৱা ছয় বজাত ওলাই যায়, দুপৰীয়া বাৰ বজাত ঘূৰি আহে। প্ৰায় প্ৰতি দিনে আমি একে সময়তে ভাত খাওঁ। দুদিন যোৱাৰ পিছত এদিন মেনেজাৰে মোক কলে—"চাৰ, এটা ডাঙৰ ভুল কৰিছোঁ। আপোনাৰ নামটো ৰেজিষ্টাৰ কৰা হোৱা নাই। আপুনি এই ফৰ্মখন ভৰ্তি কৰি মেচৰ নিয়ম অনুযায়ী দহ টকা অগ্ৰিম দিয়ক। ফৰ্মখন লৈ টকা দহটা দি এতিয়াই ফৰ্মখন আপোনাক দি আহিম বুলি কলোঁ। তেওঁ গুচি গ'ল। ফৰ্মখন পঢ়ি দেখিলোঁ, তাত নিজৰ নাম, পিতাৰ নাম, ঘৰ, মহকুমা, জিলা, থানা আদি সকলো লিখিব লাগে। অলপ চিন্তাত পৰিলোঁ। কি লিখোঁ? আচল নাম লিখিব নোৱাৰি। বাধ্য হৈ নকল নাম লিখিব লগা হ'ল। নাম উপেন্দ্ৰ নাথ ভৌমিক লিখিলোঁ, জিলা কোচবিহাৰ, পিতাৰ নাম ৺পদ্মনাথ ভৌমিক, গাঁও বৰমহাদেৱ, থানা ফুলবাৰী। ফৰ্মখন টেবিলত থলোঁ। দুটা চিটৰ মাজত এখন টেবিল। লগৰ জনে পঢ়ি চাই মোক কলে, "অ' আপোনাৰ ঘৰ কোচবিহাৰত!" মই 'হয় ডাঙৰীয়া' বুলি কলোঁ। তেওঁ সেইবোৰ ঠাই মোৰ পৰিচিত, ফুলবাৰী থানাত তিনিমাহ কটাই আহিছোঁ, বৰ-



মহাদেৱ মোৰ চিনা-জনা ঠাই বুলি কলে। তেওঁৰ কথা শুনি বুকুখন কঁপি উঠিল। তেওঁ গম নোপোৱাকৈ নিজক চম্ভালি, কিমান আগতে ফুলবাৰীত আছিল বুলি সুধিলোঁ। তেওঁ গম্ভীৰভাৱে কলে; প্ৰায় চাৰিবছৰ আগতে। থানাৰ ইন্‌চাৰ্জজনে মাক মৰাত তিনি মাহৰ ছুটি লয়। তেতিয়া মই ৰংপুৰত আছিলোঁ। তেওঁৰ ছুটিত মই তালৈ আহোঁ।" হাঁহো হাঁহোকৈ আকৌ সুধিলোঁ; "তেনেহলে আপুনি আগতে পুলিচত চাকৰি কৰিছিল!" তেওঁ হয় বুলি কৈ এতিয়া চি-আই-ডি ডিপাৰ্টমেণ্টত থকা বুলিও কলে। ডিপাৰ্টমেণ্টৰ মানুহৰ অভাৱ হোৱাত নানা ঠাইৰ অভিজ্ঞ লোক ইয়ালৈ আনে। ভিতৰুৱা ঠাইবোৰত আমি বহুত আৰাম পাইছিলোঁ। ইয়াত বৰ কষ্ট পাব ধৰিছোঁ, খৰচো বৰ বেছি।....হে হৰি! ভগৱানে মোক সিংহৰ গহ্বৰলৈহে টানি আনিলে নে? কি উপায় কৰোঁ! এতিয়াতো বিছনাপত্ৰ লৈ আন ফালে ওলাই যাব নোৱাৰি, সন্দেহ কৰিব। যি আছে কপালত, সেয়ে হব বুলি দুদিন নীৰৱে থাকোঁ আৰু কোঠাও বিচাৰ কৰি থাকোঁ। কথা কোৱাত কিন্তু সাৱধান হব লাগিব। জোৰ কৰি দুৰ্বলতা আঁতৰাই পেলালোঁ। আমাৰ ঠাইত থাকি আহিছে যেতিয়া তাৰ ভদ্ৰলোক সকলক নিশ্চয় চিনি পায়। বাৰকোদালিৰ প্ৰফুল্ল বাবুক চিনে নে? "মই নতুন অৱস্থাতে এচিষ্টেণ্টজনৰ লগত এদিন গৈছিলোঁ। বিশিষ্ট ভদ্ৰলোক, অৱস্থাও ভাল।" ময়ো তেওঁৰ কথাতে হয় ভৰ দিলোঁ। এনেভাৱে আলোচনাৰ মাজেৰে বন্ধুত্ব গাঢ় কৰিলোঁ। তেৰোঁ মোৰ লগত নিঃসন্দেহে মিলি গ'ল। উভয়ৰ ভিতৰত চিগাৰেটৰ আদান প্ৰদান হবলৈ ধৰিলে।.. মোৰ মনত এটা সন্দেহ জাগিল। কিজানি হৰগোবিন্দ আহি তেওঁ থকা অৱস্থাতে অসমীয়াতে কথা কয়, তেতিয়া হলে সন্দেহ কৰিব। বৰ্ত্তমান সময়খিনিয়েই সন্দেহৰ। গতিকে সাৱধান হোৱাই উচিত। ৰাতিপুৱাই হৰগোবিন্দক মোৰ ইয়ালৈ আহিব বাধা কৰি আহিলোঁ। কাৰণ মোৰ কোঠাত থকাজনেই

চি-আই-ডি বুলি কলোঁ। তেওঁ শুনি জঁপিয়াই উঠিল আৰু কলে,"আন ঠাইলৈ যাবৰ দিহা নকৰে কিয় ?" মই কলোঁ, "তাতেই থাকিম। তুমি মাথোঁ নাযাবা।" তেওঁ সম্মতি জনালে।....কেতিয়াবা বাহিৰৰ-পৰা মাংস, কণী, আদি নিজৰ পইচাৰে আনো। চি-আই-ডি বন্ধুকো সমানে ভগাই দিওঁ। তেওঁ প্ৰথমে কৈছিল—"নালাগে, আপুনি আনিছে যেতিয়া খাওক, মোৰ নহলেও চলিব।" মই জোৰ কৰিয়েই দিওঁ। দুদিনমানৰ পিছত তেৱোঁ আনিবলৈ ধৰিলে। মই, তেওঁক বাহিৰা খাদ্য আনিবলৈ বাধা দিলোঁ। তেওঁ কৃপণ প্ৰকৃতিৰ। মানুহজনে প্ৰায় মোক কয়, "ভৌমিক, মোৰ দুজন ল'ৰা কলেজত পঢ়ে ; এজন প্ৰথম বাৰ্ষিক, আৰু আন জন তৃতীয় বাৰ্ষিক শ্ৰেণীত। এজনী যোল বছৰীয়া ছোৱালী আছে, তায়ো এইবাৰ মেট্ৰিক দিব। সিহঁতৰ খৰচ যোগাব নোৱাৰা হৈছোঁ। মই বৰ হিচাপত চলিব লগা হৈছে।" ময়ো সহানুভূতিৰ সুৰত সমৰ্থন কৰোঁ।....মই জানো, টকা-পইচাৰেও মানুহক বশ কৰিব নোৱাৰি, কিন্তু ভালভাৱে কেইদিনমান খৰচ কৰি খুৱালে তেওঁ আয়ত্তলৈ আহিবলৈ বাধ্য হয়। অৱশ্যে তাত আন্তৰিকতা থাকিব লাগিব।

## বোমা পৰিল

মই দেৱীবাবুৰ ঘৰৰপৰা অহা আজি চাৰি দিন হ'ল। ৰাতি ন বজাত যাব লাগে কাৰণে যোৱা তিনিদিন তালৈ যোৱা নাই। আজি যাম। আহোঁতে কিন্তু ট্ৰাম, বাছ একো নাপাম। খোজ কাঢ়ি আহিব লাগিব। ৰাতি আঠ বজাত ৰাওনা হলোঁ। তেখেতে কেইজনমান ভদ্ৰলোকৰ লগত আলোচনা কৰি আছে। এনেতে মই উপস্থিত হলোঁ। মোক দেখি কবলৈ ধৰিলে, "আজি তিনিদিন আপোনাক



দেখা নাই। ক'ত আছে ?" মই লিখি অনা কাগজখিলা তেখেতক দিলোঁ।....পঢ়ি চাই অবাক হ'ল। "অ হৰি! আপুনি কৰিছে কি ? সেইটো মেচত ভবানীপুৰৰ চি-আই-ডিবোৰ থাকে। আন ঠাইত সুবিধা নহ'ল জানো ?" এই যুদ্ধৰ সময়ত মেচত চিট পোৱা টান, বাধ্য হৈ তাতেই থাকিলোঁ। সেইটো মেচ যে চি-আই-ডিৰ আড্ডা তাকো জানো। এজন চি-আই-ডি বৰ্তমান মোৰ বন্ধু। কথাষাৰ শুনি আটাই কেউজনে হাঁহিলে। মই সকলো কথা তেওঁলোকক ভাঙি কলোঁ। মোৰ গাল দুখন দাঁতৰ বিষত ফুলিছে। তেওঁক তাৰ চিকিৎসাৰ বাবে কলিকতালৈ অহা বুলি কৈছোঁ। দেৱীবাবুৱে কলে—"চাৰিদিনৰ বেছি তাত নাথাকিব। সাপৰ লগত বাস কৰা কোনোমতে উচিত নহয়। আপুনি ডাক্তৰে ঘৰলৈ যাব দিয়া বুলি কৈ তাৰপৰা গুচি আহিব। আন ঠাইত সুবিধা নহলে আকৌ মোৰ ইয়াত দুদিনমান থাকিব। মই মানুহ লগাই ক'ৰবাত সুবিধা কৰিব পাৰোঁনে চাওঁ।" বাৰু সেয়ে হব বুলি কৈ মেদিনীপুৰলৈ কেতিয়া যাব লাগিব সুধিলোঁ। তেখেতে প্ৰোগ্ৰেম্ হোৱা নাই বুলি কলে। পাৰিলে সোনকালে ঠাই পৰিবৰ্তন কৰি খবৰটো জনাবলৈ কলে। মই থকা কোঠালৈ সোমাই কেইখনমান মাসিক পত্ৰিকা ললোঁ। যাবৰ সময়ত কৈ গলোঁ—দুদিন মানৰ পিছত ঠাই পৰিবৰ্তনৰ খবৰ জনাম। সুবিধা কৰিব পাৰিলে মই দিয়া ঠিকনাত খবৰটো জনাবৰ চেষ্টা কৰিব। ৰাতি দহ বজাৰ পিছত আহি মেচত সোমালোঁ। কোঠাৰ ভিতৰত ভদ্ৰলোকজনক বিষণ্ণমনে থকা দেখিলোঁ। ভাত পানী একোকে খোৱা নাই। আমি ৰাতি নমান বজাত ভাত খাওঁ। কাৰণ তেওঁ নিতৌ প্ৰায় আঠ বজাৰ পিছতহে আহে। আজি মই আঠ বজাতে খাইছোঁ। তেতিয়া তেওঁ অহা নাছিল। মই তেওঁৰ অৱস্থা দেখি সুধিলোঁ, "কি হ'ল মল্লিক ? টেবিলত ভাত সজোৱা আছে অথচ খোৱা নাই।" তেওঁ মোৰ মুখৰ

ফালে চাই কান্দি পেলালে আৰু কান্দি কান্দিয়েই কবলৈ ধৰিলে; "মোৰ সৰ্বনাশ হৈছে ভৌমিক, মোৰ ভাইৰ এটি মাত্ৰ ল'ৰা। দুবছৰ বয়সত পিতাক ঢুকাইছে। আজি সিও মোক এৰি গুচি গ'ল। সি যে মোৰ কিমান মৰমৰ আছিল।" মোৰো দুখ লাগিল। প্ৰকৃতিস্থ হোৱাৰ পিছত, কেতিয়া খবৰ পালে, সুধিলোঁ। তেওঁ কলে, "পাঁচ বজাত টেলিগ্ৰাম কৰিছিল সাত বজাত পাইছোঁ।" আপুনি ঘৰলৈ যাব নেকি বুলি সুধিলোঁ। তেওঁ কলে, "ছুটি পালে যাম। বৰ্তমান সময়ত ছুটি পোৱা টান। আপোনালোক আমাতকৈ হেজাৰ গুণে সুখী। স্বাধীন হৈ ফুৰিছে। কাৰো ৰঙা চকুলৈ ভ্ৰূক্ষেপ কৰিব নালাগে। হাজাৰ টকা দৰমহা পালেও আমাৰ সুখ শান্তি নাই। উপায় নাপাইহে এই চাকৰিত সোমাইছোঁ।" মই ছুটি নিদিব নেকি বুলি সুধিলোঁ। তেওঁ দুখ মনেৰে কলে; "এইবোৰ বিষয়ত ছুটি পোৱা টান। তথাপি এবাৰ চেষ্টা কৰি চাব লাগিব।" তেওঁ অলপ সুস্থ হৈ মোৰ পত্ৰিকাখন পঢ়িব চেষ্টা কৰিছিল; কিন্তু কেইখনমান পাত লুটিয়াই আকৌ থৈ দিলে। মোৰ চিন্তা চৰি গ'ল, এতিয়া ক'লৈ যাওঁ? এই যুদ্ধৰ সময়ত কৰ্মচাৰী ইমান বেছি হৈছে যে মেচ হোটেলত চিট পোৱা টান। তথাপি চেষ্টা এৰিব নোৱাৰি। এনেকৈ নিজৰ নিজৰ ভাৱত ডুব গৈ আছোঁ। এনেতে চাইৰেন বাজি উঠিল। মেচৰ সকলোৱে গিৰ্ গিৰ্কৈ ওপৰৰপৰা নামিবলৈ ধৰিলে। মল্লিকে মোক কলে, "ভৌমিক! আহক, আমিও তললৈ নামি যাওঁ।" মই সুধিলোঁ, "কিয়?" তেওঁ কলে যে জাপানে বোমা পেলালে, তলত হলে জীৱনটো বাঁচিব পাৰে। মই এনেকৈ কেবা-দিনো চাইৰেন বজা বুলি কলোঁ। মাথোঁ তিনি মহলাৰপৰা উঠা-নমা কৰাহে কষ্ট। বোমা হলে নপৰিল। বোমা পৰিলে আমাৰ মূৰতহে পৰিব নে? তেওঁৰ কথামতে লাইট বন্ধ কৰি বাহিৰলৈ ওলালোঁ। তেওঁ মোৰ ওচৰ চাপিল। সৰু বেঞ্চ এখনত বহিছোঁহে, পোন্ধৰ



মিনিটমানৰ পিছতে সঁচাকৈ বোমা পেলালে। এমাইলমান আঁতৰত পৰা যেন পালোঁ। কিন্তু পিছদিনা প্ৰায় পাঁচ মাইল আঁতৰৰ হাতী-বাগানত পৰাৰ খবৰ পালোঁ। কত মানুহ মৰিল আৰু বহুত জখমো হ'ল। ক্ষতিও যথেষ্ট হৈছে। ডাঙৰ ডাঙৰ দালানো ভাঙিছে। কলিকতা চহৰত চাঞ্চল্যৰ সৃষ্টি হ'ল। সকলোৰে মুখত কেৱল সেয়ে আলোচনা আৰু প্ৰত্যেকৰ মনত এটা উৎকণ্ঠাৰ ভাৱ। এদিন পিছত আকৌ বোমা পৰিল। খিদিৰপুৰ ডক, ডেলহাউচি স্কোৱাৰ, বহু বজাৰকে আদি কৰি ঠিক মধ্য কলিকতাতেই বোমা পৰিল। ত্ৰাসত মানুহৰ প্ৰাণ নাই। নগৰ ত্যাগ কৰি দলে দলে পলাই পত্ৰং দিলে। দোকানবোৰত দুই-তিনিটা তলা লগাই মহাজনবিলাকে নিৰুদ্দেশ হ'ল। এটুপি চাহৰপৰাও বঞ্চিত হলোঁ। মই থকা মেচৰ তিনিভাগ মানুহ নাইকিয়া হ'ল। হাওৰা আৰু শিয়ালদহ ষ্টেচনত মানুহৰ ভিৰ ইমান, যে শশ পুলিচেও অৱস্থা আয়ত্তত ৰাখিব পৰা নাই। প্ৰত্যেক লাইনেৰে স্পেচিয়েল ট্ৰেইন দিও ভিৰ কমাৰ পৰা নাই। গঙ্গা নদীত হেজাৰ হেজাৰ নাৱত ল'ৰা-তিৰোতা, বুঢ়া-বুঢ়ী ভটিয়াই যাব ধৰিছে। ট্ৰেইনেৰে যাবলৈ নাপাই মূৰত বোজা লৈ খোজ কাঢ়ি লাখ লাখ মানুহ যাব ধৰিছে। কলিকতা নগৰী জনশূন্য হ'ল। সন্ধিয়া জন-সমুদ্ৰত পৰিণত হোৱা চৌৰঙ্গী ৰোড ভীষণ আন্ধাৰে আবৰিলে। কেৱল গৱৰ্ণমেণ্টৰ চাকৰিয়ালবোৰ আছে। দিনত ট্ৰাম-বাছ দুখন এখন চলে। মিলিটাৰী আৰু পুলিচৰ মটৰত বাহিৰে আনবোৰ বন্ধ হৈ ৰ'ল। বজাৰত শাক-পাচলিৰ অভাৱ হ'ল। ডেলহাউচি স্কোৱাৰত এজোপা শিশু গছত বোমা পৰি দুফাল হোৱা খবৰ পালোঁ। চাবলৈ বৰ আগ্ৰহ হ'ল। তিনি বজাত তাত গৈ উপস্থিত হ'লোঁ। দেখিলোঁ; গছডাল ছিন্নভিন্ন হৈছে আৰু এটা ডাল উৰাই নি আঁতৰত পেলাইছে। ওচৰৰ দালান আৰু খিৰিকী দৰজাবোৰ সুলকি পৰিছে আৰু ঠায়ে ঠায়ে ফাটিছেও। চাৰি বজাত উভতি আহি

মেচত সোমালোঁ। মেচৰ মেনেজাৰজন ৰাণাঘাটৰ। তেওঁ মেচৰ মানুহবিলাকক মতাই নি কবলৈ ধৰিলে ; "বৰ্তমান কলিকতাৰ কেনে শোচনীয় অৱস্থা, তাক আপোনালোকে জানিছেই। যাবৰ ইচ্ছা কৰিলে দুদিনমান ঘৰলৈ গৈ আহিব পাৰে। এসপ্তাহৰ বাবে ময়ো ঘৰলৈ যাম। নহলে ঘৰত সকলো চিন্তান্বিত হব। গৱৰ্ণমেণ্টৰ চাকৰিয়ালৰ বাবে এজন চাকৰ, এজন বামুণ থাকিব। মোৰ অনুপস্থিতিত আপোনালোকে অসুবিধা পাব পাৰে বুলি আগ ধৰি কলোঁ।"....তেৰোঁ ভয় পোৱা বুলি ধৰিলোঁ। মই বিপদত পৰিলোঁ। দেৱীবাবুৰ পৰামৰ্শৰ আৱশ্যক বোধ কৰিলোঁ। মেচৰ বহুতো যাবলৈ ওলালেই মই নীৰৱে কোঠাত সোমালোঁ। অলপ পিছত চুটকেছ এটা হাতত লৈ মল্লিক সোমাই আহিল। তেওঁ চাৰি দিনৰ ছুটিত ঘৰলৈ যাবলৈ ওলাইছিল, কিন্তু ভিৰৰ কাৰণে টিকেট কৰিব নোৱাৰি ঘূৰি আহিল। তেওঁ বিষণ্ণমনে, পিছদিনা ঘৰলৈ টেলিগ্ৰাম কৰিব লাগিব, বুলি কলে। এনে অৱস্থাত দেৱীবাবু ক'ৰবালৈ গুচি যোৱা বুলি সন্দেহ হ'ল। পিছমুহূৰ্ত্ততে ধাৰণা হ'ল, মোৰ ঠিকনা জানে যেতিয়া এবাৰ দেখা কৰিলে হয়। ৰাতি আঠ বজালৈ উদ্বিগ্নমনে আছোঁ। তাৰ পিছত তেখেতৰ ওচৰলৈ গ'লোঁ। তেখেতে সেই চছমা পিন্ধা ডেকাজনৰ লগত বহি আছে। মোক দেখি তেখেতে কলে, "শৰ্মা! আপোনাৰ কথাকেই আলোচনা কৰিছোঁ। কালি পুৱা এওঁ আপোনাৰ খবৰ ললে হয়। আপুনি কেইদিনমানলৈ আঁতৰি যাওক। জাপানে নিশ্চয় আকৌ বোমা পেলাব। কুৰিদিন-মান পিছত আহিব।" তেখেতে টেবিলৰ ডেৰাজৰপৰা টকা আশীটা উলিয়াই মোৰ হাতত দি সুধিলে, "আকৌ লাগিব, নে হব?" মই হব বুলি কৈ দুয়োজনকেই সম্ভাষণ জনাই বিদায় ললোঁ।

পিছদিনা ৰাতিপুৱা বিছনা-পত্ৰ লৈ যাব ওলালোঁ। মল্লিকে আচৰিত হৈ প্ৰশ্ন কৰিলে ; 'ভৌমিক! আপুনিও যাবলৈ ওলাল



নেকি? মই হাঁহি হাঁহি কলোঁ ; "হয় ডাঙৰীয়া, এনে অৱস্থাত থকাটো উচিত নহয়। ডাক্তৰেও পৈতৃক প্ৰাণটো গৃহস্থক শোধাই, দিবলৈ পৰামৰ্শ দিলে।" তেওঁ হাঁহিলে আৰু নিজে যাবলৈ নোৱাৰা বাবে শোক প্ৰকাশ কৰিলে। মই তেওঁক সম্ভাষণ জনাই মেনেজাৰৰ ওচৰলৈ গ'লোঁ। তেৰোঁ যাবলৈ সাজু হৈছে। তেওঁ মোক যোৱাৰ কথা সোধাত 'হয়' বুলি কৈ প্ৰাণটোৰ মূল্য থকা বুলি কলোঁ। তেওঁ হাঁহিলে, আৰু হিচাপ চাই পাঁচ টকা আঠ অনাৰ এখন বিল দিলে। টকাখিনি দি তেওঁৰ লগতে ট্ৰামত উঠি শিয়ালদহ ষ্টেচনলৈ যাত্ৰা কৰিলোঁ। ষ্টেচনত আগতকৈ মানুহৰ ভিৰ কম। মেনেজাৰেও ৰাণাঘাটলৈ এখন টিকেট কৰিব, গতিকে মোৰ টিকেটখনো তেওঁকেই আনিবলৈ দিলোঁ। টিকেট লৈ অতি কষ্টেৰে গাৰীত উঠিলোঁ। এঘাৰমান বজাত ৰাণাঘাট ষ্টেচনত নামি শান্তিৰ নিশ্বাস পেলালোঁ। তেওঁক সসম্মানে বিদায় দি ওচৰৰ হোটেল এখনত সোমালোঁ।

## নৱদ্বীপলৈ

আবেলি চাৰি বজাত এখন ট্ৰেইন কৃষ্ণনগৰেৰে মুৰ্হিদাবাদলৈ যাব। এই ট্ৰেইনেৰে গলে নৱদ্বীপ পায়। এয়ে নৱদ্বীপ চোৱাৰ সুযোগ ভাবি বিছনা-পত্ৰ লৈ ষ্টেচনত উপস্থিত হলোঁ। এখন টিকেট কাটি গাৰীত উঠিলোঁ। কৃষ্ণনগৰ পাওঁতে এন্ধাৰ হৈছে। ষ্টেচনৰ বাহিৰত বহুতো ৰিক্সা আছে। আগেয়ে কৃষ্ণনগৰ দেখা নাই। এজন ৰিক্সাৱালাক টাউন কিমান দূৰত সোধাত ডেৰ মাইল দূৰ বুলি কলে। মই তাক এখন ডাঙৰ হোটেললৈ নিবলৈ কলোঁ। সি তৎক্ষণাৎ বিছনা-পত্ৰবোৰ ৰিক্সাত তুলি লৈ মোক বহিবলৈ কলে, আৰু কৃষ্ণনগৰ টাউনৰ সম্মুখত হোটেল এখনত নমাই দিলে। হোটেলখনত সোমাই এটা ভেকেচা গোন্ধ পালোঁ। এই

হোটেলত ভদ্ৰ মানুহৰ সমাগম কম বুলি অনুমান হ'ল। তথাপি ৰাতিটো কটাব লাগিব। মেনেজাৰজন বুঢ়া বামুণ, বিনয়ী আৰু সৰল। সেই ওপৰৰ মহলৰ এটা কোঠা মোৰ বাবে বন্দোৱস্ত কৰিলে। ওপৰত গোন্ধ সমূলি নাই। মেনেজাৰক তাতেই মোক ভাত দিবলৈ কলোঁ। তেওঁ মান্তি হ'ল আৰু সুধিলে, "বাবুৱে ইয়াত কিমান দিন থাকিব? মই অন্ততঃ পিছদিনা থাকিম বুলি কলোঁ। পিছৰ কথা একো কব নোৱাৰোঁ বুলিও কলোঁ। তেওঁ নম্ৰভাৱে আকৌ কলে, "কেতিয়াবা ইয়ালৈ আহিলে এই গৰীবৰ হোটেললৈ আহিব।" মই বাৰু বুলি কৈ সামৰিলোঁ। কৃষ্ণনগৰ টাউনখন ডাঙৰ নহয়। চাব লগীয়া একো নাই। এটা সৰু চাবডিভিজন। কোৰ্ট, থানা, পোষ্ট অফিচ, হাইস্কুল আৰু এখন ডাক্তৰখানা। বিশেষ জনপূৰ্ণও নহয়। তাৰপৰা এটা পৃথক লাইন নবদ্বীপঘাটলৈ গৈছে। টাউনখন ঘূৰি পকি চাই পিছদিনা নৱদ্বীপলৈ যোৱাৰ মনস্থ কৰিলোঁ। কলিকতা এবাৰ সময়ত মোৰ নিজা টকা-খিনিও আনিছোঁ। কলিকতালৈ অহা অদম্য ইচ্ছা থাকিলেও কিবা অসুবিধাত পৰি আহিব নোৱাৰিবও পাৰোঁ। পিছদিনা ষ্টেচনলৈ গৈয়েই নৱদ্বীপঘাটলৈ যোৱা ট্ৰেইনখন ৰৈ থকা দেখিলোঁ। অলপ পিছত মুৰ্ছিদাবাদলৈ যোৱা ট্ৰেইনখন যোৱাত নবদ্বীপ ঘাটৰ টিকট দিবলৈ ধৰিলে। তৃতীয় শ্ৰেণীৰ টিকট লৈ গাড়ীত উঠি অনুমান দহ বজাত নৱদ্বীপঘাট ষ্টেচনত নামিলোঁ। ষ্টেচনপৰা প্ৰায় ছফাৰ্লং আঁতৰত মায়াপুৰী ৺শ্ৰীচৈতন্যদেৱৰ মঠ দেখা গ'ল। তেতিয়া তালৈ নগৈ গঙ্গাৰ ঘাটত উপস্থিত হলোঁ। ট্ৰেইনখন অহাৰ লগে লগে বহুত নাও ঘাটৰ ওচৰ চাপিল। সিহঁতে চাৰি অনাকৈ লৈ নদী পাৰ কৰি দিয়ে। সিপাৰলৈ গৈ চহৰৰ ভিতৰত থকা ঠাইৰ অনুসন্ধান কৰিব ধৰিলোঁ। এখন হোটেলত সোমাই মেনেজাৰক চিটৰ কথা সোধাত নাই বুলি কলে। কলিকতাৰ মানুহবিলাক আহি টাউন ভৰি পৰিছে। অকণ-মান কোঠা এটাৰ ভাড়া দৈনিক চাৰি টকাৰ কম নহয়। খোৱা



আহাৰ এসাজত ছয় অনাৰ ঠাইত দহ অনা হৈছে। খাদ্যবোৰো বেয়া। মোৰ বিছনা চুটকেছ মেনেজাৰৰ তত্ত্বাৱধানত থৈ টাউনখন ইমূৰৰপৰা সিমূৰলৈ বিচাৰি কতো কোঠা নাপালোঁ। থকা ঠাইৰ অভাৱত ইয়াৰপৰা উভতিব লগা যেন পালোঁ। এজন ভদ্ৰলোকে মোৰ বিলাই দেখি পৰামৰ্শ দিলে—"স্বাস্থ্য নিবাসলৈ যাওক। ঠাই পালে তাত পাব।" স্বাস্থ্যনিবাস গঙ্গাৰ পাৰৰ এজন মহাজনৰ, এটা তিনি মহলীয়া দালান। অনুমান প্ৰত্যেক মহলাত কুৰিটাকৈ কোঠা আছে। প্ৰতিটো ৰুমৰ ভাড়া দৈনিক পাঁচ টকাকৈ। কলিকতাৰপৰা অহা ভদ্ৰ পৰিয়াল ভৰি পৰিছে। মই মালিকৰ ওচৰলৈ গৈ কোঠাৰ কথা সোধাত নাই বুলি কলে। তিৰোতা লগত নাথাকিলে কোঠা নিদিয়ে। হতাশ হৈ উভতিবলৈ উপক্ৰম কৰাত মালিকজনে কলে; "একেবাৰে ওপৰত এটা সুকীয়া ৰুম আছে তাত মানুহ নাথাকে। ভঙা-ছিঙা বস্তু বাঁহানি তাত থওঁ। আপুনি যদি থাকিব খোজে, তাকে চাফা কৰি দিওঁ। ভাড়া দৈনিক তিনি টকাকৈ লাগিব।" মই তৎক্ষণাৎ ৰাজী হলোঁ।

তেওঁ মোক কোঠাটোলৈ লৈ গ'ল। প্ৰকাণ্ড দালানৰ ওপৰত এটা অকণমান ৰুম। বঙালী ভাষাত তাক "চিলেঘৰ' বোলে। অসমীয়াতে কি বোলে নাজানো। তাত চুণৰ খালী টিন, ভঙা বাল্টি, ভঙা চেয়াৰ আদি দ'ম হৈ আছে। ৰুমৰ অৱস্থা দেখি মোৰ মন হতাশ হ'ল। তথাপি উপায় নাই। তেওঁ চাকৰ লগাই ৰুমটো চাফ কৰি থকাৰ উপযোগী কৰিলে। বিছনাপত্ৰবোৰ আনি তাত গৈ থলোঁ। এটা নিজৰ তলা দৰজাত মাৰি গঙ্গাত গা-মূৰ ধুই হোটেলত খোৱা-লোৱা শেষ কৰি, বিশ্ৰামৰ দিহা কৰিলোঁ। আবেলি তিনি বজাত টাউনখন চাবলৈ ওলালোঁ। টাউনখন সৰু। চাফ-চিকুন, মনত এটা শান্তি আৰু পবিত্ৰ ভাৱৰ অনুভূতি হয়। দূৰৰপৰা চহৰৰ দৃশ্যও চকু ৰোৱা। গঙ্গা নদীৰ পাৰতেই টাউনখন অৱস্থিত। নদীৰ পূব-

পাৰত ৺শ্ৰীশ্ৰীচৈতন্যদেৱৰ মঠ। পশ্চিম পাৰত টাউনৰ মাজতেই ৺শ্ৰীশ্ৰীগৌৰাঙ্গদেৱৰ মন্দিৰ। তাত চৌবিশ ঘণ্টাই হৰেকৃষ্ণ হৰেকৃষ্ণ ৰৱ, বৈষ্ণৱ আৰু সেৱাদাসীসকলৰ মুখত শুনিবলৈ পোৱা যায়। শেষ-ৰাতি টোপনিৰপৰা সাৰ পালেও গঙ্গানদীৰ পাৰত হৰেকৃষ্ণ হৰেকৃষ্ণ কৃষ্ণ, কৃষ্ণ, হৰে, হৰে, হৰে ৰাম, হৰে ৰাম, ৰাম ৰাম হৰে হৰে, গীত শুনি মনত শ্ৰীচৈতন্য নিত্যানন্দৰ অতীত স্মৃতি সজীৱ হৈ চকুৰ আগত ভাঁহি উঠে। বৈষ্ণৱীসকলৰ চৰিত্ৰলৈ বহুতে বহুত কথা আলোচনা কৰে; কিন্তু মই লক্ষ্য কৰিছোঁ, সেৱাদাসীসকলৰ চৰিত্ৰ অতি পৱিত্ৰ, অতি নিৰ্মল। মাৰোৱাৰী সম্প্ৰদায়ে তেওঁলোকৰ যাৱতীয় খৰচ বহন কৰে। তেওঁলোকৰ একমাত্ৰ কৰ্তব্য নাম-কীৰ্তন কৰা। গৌৰাঙ্গদেৱৰ মন্দিৰত ওৰে ৰাতি সেৱা দাসীসকলৰ সুললিত কণ্ঠৰ বিৰামহীন কীৰ্তন হৈয়েই আছে। মই নিতৌ সন্ধিয়া গৌৰাঙ্গ মন্দিৰত কীৰ্তন আৰু আৰতি চাবলৈ যাওঁ। তেতিয়া মনত যেন অলপ শান্তি পাওঁ। মই গৈ পোৱাৰ পিছদিনা সন্ধিয়া পৰত তাত এটা ভয় লগা ঘটনা ঘটিল। কলিকতাৰপৰা এঘৰ অৱস্থাপন্ন ভদ্ৰ পৰিয়াল নৱদ্বীপলৈ আশ্ৰয় বিচাৰি আহিছে। নৱদ্বীপৰ পশ্চিমত অৱস্থিত ষ্টেচনত নামিয়েই এখন ঘোঁৰা গাৰী ভাড়া লৈ বস্তু-বাহানি গাৰীৰ ওপৰত উঠাই দি মানুহবিলাকে গাড়ীৰ ভিতৰত বহি টাউনলৈ যাব ধৰোঁতে এদল পঞ্জাবীয়ে হঠাৎ আক্ৰমণ চলালে। প্ৰথমে লোহাৰ ডাঙাৰে কোৱাই ঘোঁৰা এটা মাৰি পেলালে। পিছমুহূৰ্ততে গাৰোৱানক কোৱাই বগৰাই দি গাৰীৰ ভিতৰত আক্ৰমণ চলালে। আটাইবিলাকক খুন-জখম কৰি গহণাৰ বাকচ, গাৰ গহণা প্ৰায় কুৰি হেজাৰমান টকা আৰু গহণা লৈ পলাল। গাৰোৱানজন মৰিল। আটাইবোৰে মানুহেই গৈ হস্পিটেলত আশ্ৰয় ললে। এই ঘটনাত সমগ্ৰ নৱদ্বীপখনে চঞ্চল হৈ উঠিল, কিন্তু ডকাইতৰ কোনো সন্ধানেই উলিয়াব নোৱাৰিলে। নৱদ্বীপ টাউনৰ ৰেল ষ্টেচন দুটা। এটা কলিকতাৰ হাওৰা ষ্টেচনৰপৰা পোনেই নৱদ্বীপলৈ আহিছে। গঙ্গানদীৰ পশ্চিম পাৰেৰে আৰু এটা কৃষ্ণনগৰৰপৰা গঙ্গানদীৰ পূব পাৰত লাগিছে। এটা নৱদ্বীপ টাউন ষ্টেচন, এটা ঘাট ষ্টেচন। ঘটনাটো টাউন ষ্টেচনতে ঘটিছে।



মই দুখে কষ্টে ওপৰৰ সেই কোঠাটোতেই তিনিদিন কটাই দিলোঁ। এদিন আবেলি পৰত গৌৰাঙ্গদেৱৰ মন্দিৰত এখন ধৰ্মসভা বহিছে। খবৰ পাই ময়ো তাত গৈ উপস্থিত হলোঁ। স্বামীজী এজনে সুন্দৰ সৰল বঙালী ভাষাত ধৰ্মসম্বন্ধীয় বক্তৃতা দিছে। তেওঁৰ বক্তৃতাৰ এনে এটা আকৰ্ষণী শক্তি যে অতিশয় নাস্তিকেও স্তব্ধ হৈ শুনিবলৈ বাধ্য হব। মই নীৰৱে এটি কোণত বহি তেওঁৰ বক্তৃতা শুনি আছোঁ। এনেতে এজন ঢাকাৰ বঙালী মানুহে মোৰ ওচৰত বহি মোক নমস্কাৰ জনালে। মই হলে তেওঁক চিনি নাপাওঁ, মোৰ কাষ চাপি আহি তেওঁ মোক কলে, "মাষ্টাৰ মহাশয়, আপুনি ইয়াতে আছেহি?" মই চক্ খাই উঠিলোঁ। তেওঁৰ মুখলৈ চাই চিনি লবৰ চেষ্টা কৰিলোঁ, কিন্তু একোতে তেওঁক চিনিব নোৱাৰিলোঁ। লাহেকৈ তেওঁক সুধিলোঁ, "আপুনি কোন? মই আপোনাক চিনিব পৰা নাই।" তেওঁ হাঁহি কলে, "মই বাৰ চৈধ্য বছৰৰপৰাই বৰপেটা আৰু সৰভোগত আছিলোঁ। আপুনি ভয় খাব নালাগে।" মোৰ কাণৰ ওচৰলৈ মুখখন নি কলে, "মোৰপৰা আপোনাৰ একো অনিষ্ট নহব। নিৰ্ভয়ে ইয়াত থাকিব পাৰে। আপুনি আছে ক'ত?" মই কলোঁ, হোটেলত আছোঁ। বাহিৰা কিছুমান কথা কৈয়েই তেওঁক বহিবলৈ কৈ মই বাহিৰৰপৰা আহোঁ বুলি তাৰপৰা ওলাই পোনেই স্বাস্থ্য-নিবাসলৈ গুচি আহিলোঁ। তাত আহিয়েই বিছনা বান্ধি পেলালোঁ। ঘৰৰ মালিকক মাতি আনি কলোঁ, "মই যাম। মোৰ পাওনাখিনি লওক।" তেওঁ চাৰিদিনৰ ঘৰভাড়া বাৰ টকা ললে। এজন কুলী মাতি আনি, তেতিয়াই নদী পাৰ হৈ সন্ধ্যাৰ ট্ৰেইনত আকৌ কৃষ্ণনগৰৰ সেই বুঢ়া বামুণৰ হোটেলত উঠিলোঁ গৈ।

# আকৌ কোচবিহাৰলৈ যাত্ৰা

ওৰে ৰাতিটো নানা চিন্তা ভাৱনাৰ মাজেদিয়ে কটাই দিলোঁ। ভাবিলোঁ এনেভাৱে আৰু কিমান দিন আত্মগোপন কৰি ঘূৰি ফুৰিম। তাতকৈ নিজৰ ঠাইলৈ গৈ আত্ম-সমৰ্পণ কৰাটোৱে উচিত হ'ব যেন পাওঁ। পিছ মুহূৰ্ততে মনক সংযত কৰি আৰু কিছুদিন এনেভাৱে কটাবলৈ মনস্থ কৰিলোঁ। কিন্তু যাওঁ ক'লৈ ? এতিয়া কলিকতালৈ যোৱা নহ'ব। আকৌ কোচ-বিহাৰলৈ যোৱাটোৱে উচিত হ'ব যেন পাওঁ। কোচবিহাৰৰ নিচিনা নিৰাপদ ঠাই আৰু নাই। ইয়াকে ভাবি লৈ কোচবিহাৰলৈ যোৱাটোকে ঠিক কৰিলোঁ। পিছদিনাখন দুপৰীয়া সেই হোটেলতেই খোৱা-বোৱা কৰি দিনৰ এক বজাৰ গাৰীত দীনহাটাৰ টিকট এখন কিনি লৈ গাৰীত উঠি বহিলোঁ। শেষ ৰাতি অনুমান তিনি বজাত গৈ লালমণিৰহাট জংচন পালোঁ। ৰাতিপুৱা সাত বজাৰ পিছতহে কোচবিহাৰৰ ট্ৰেইন পোৱা যাব। গতিকে বাধ্য হৈ পুৱা সাত বজালৈ অপেক্ষা কৰি থাকিব লাগিল। কোচবিহাৰলৈ ট্ৰেইনখন ৰাতিৰেপৰা পুৱা সাত বজালৈ আসাম লাইনৰ ট্ৰেইনলৈ বাট চাই থাকে। আসাম লাইনৰ ট্ৰেইনখন যোৱাৰ পিছতহে ইখন ট্ৰেইন এৰি দিয়ে।

ৰাতি পুৱাতেই একাপ চাহ খায়ে কোচবিহাৰলৈ যাব লগা গাৰীত উঠি বহিলোঁ। সাত বজাত আসাম লাইনৰ গাৰীখন অহাৰ লগে লগে সৰভোগ ষ্টেচনত কাম কৰা এচিষ্টেণ্ট ষ্টেচন মাষ্টাৰ ভৌমিকলৈ চকু পৰিল। তেওঁ সৰভোগত থকা অৱস্থাত উভয়েৰে ভাল দৰেই পৰিচয় আছিল। মই তৎক্ষণাৎ এৰীয়া চাদৰখন গাই-



মুৰে মেৰিয়াই লৈ টোপনি অহা ভাও লৈ বহি থাকিলোঁ। তেও মোৰ আগেৰে কেবা বাৰো অহা-যোৱা কৰিলে, কিন্তু চিনি নাপালে।

অনুমান, দিনৰ নমান বজাত গৈ দীনহাটা ষ্টেচনত নামি গলোঁ। নিৰাপদে দীনহাটা পালোঁ : যদিও গন্তব্য স্থানৰ একো সিদ্ধান্ত কৰিব নোৱাৰি, বজাৰলৈ গৈ জিৰণি লবৰ মনেৰে খোজ মেলিলোঁ। এনেতে পিছ পিনৰপৰা এজন ল'ৰাই মোক মাত লগালে। "ৰব ময়ো গৈছোঁ।" থিয় হৈ উভতি চায়েই দেখোঁ এজন চবিশ-পঁচিশ বছৰীয়া ল'ৰা বেগাই মোৰ পিনে আহিব ধৰিছে। তেওঁ ওচৰ চাপিয়েই আকৌ মাত লগালে। "আপুনি যাব ক'লৈ ?" কথা কোৱাতেই বুজি পালোঁ, ল'ৰাজন কামৰূপৰ, কিন্তু মই তেওঁক সমূলি চিনি নাপাওঁ। তেওঁ হলে মোক ভাল দৰেই চিনি পায়। মই তেওঁক প্ৰশ্ন কৰিলোঁ, "তুমি জানো মোক চিনি পাইছা ?" তেওঁ হাঁহি উত্তৰ দিলে, "হয়, মই আপোনাক ভাল দৰেই চিনি পাওঁ। কিন্তু আপুনি মোক চিনি নাপায়। মই তাৰানাথ কাব্যতীৰ্থৰ ভতিজাক হওঁ। তেওঁৰ কথা শুনি মই অলপ চঞ্চল হৈ উঠিলোঁ। স্থিৰভাৱে ল'ৰাটোৰ মুখৰ পিনে চাই সুধিলোঁ, "কোন তাৰানাথ কাব্যতীৰ্থ ? গুৱাহাটীৰ উজান বজাৰৰ উগ্ৰতাৰা দেৱালয়ৰ ওচৰত থকা কবিৰাজ তাৰানাথ কাব্যতীৰ্থ নেকি ?" "হয়, মই তেওঁৰেই ভতিজাক হওঁ। মই প্ৰথম আপোনাক গুৱাহাটীত দেখিছোঁ। তাৰ পিছত নলবাৰীতো দেখিছোঁ। কিন্তু কথা-বতৰা হবলৈ সুবিধা পোৱা নাছিলোঁ। সেই বাবে আপুনি মোক চিনি নাপায়।" তেওঁৰ নাম সোধাত কলে, 'আগুনাথ'। দীনহাটাৰপৰা পাঁচ মাইলমান উত্তৰ-পশ্চিম কোণৰ পিনে তেওঁ বহা কৰিছে। তেওঁৰ বহুত যজমান আছে। তেওঁ সুধিলে, "আপুনি এতিয়া যাব ক'লৈ ?" মই কলোঁ, "যোৱাৰ একো নিৰ্দিষ্ট ঠাই নাই। আহি নামিছোঁহে। অৱশ্যে ক'ৰবাত সুবিধা কৰি লব লাগিব। তেওঁ উপযাচিয়েই মোক অনুৰোধ

কৰিলে, "মোৰ লগতে আহক। একো ভয়ৰ কাৰণ নাই। যিমান দিনলৈ ইচ্ছা কৰে মোৰ তাতে থাকিব পাৰিব।"

ময়ো কোনো সন্দেহ নকৰি তেওঁৰ লগতে যাবলৈ স্থিৰ কৰিলোঁ। ল'ৰাজনক দেখি মোৰ ধাৰণা হৈছিল যে তেওঁৰপৰা একো অনিষ্ট হোৱাৰ সম্ভাৱনা নাই। ভগৱানে সঙ্গী মিলাই দিলে যেতিয়া, পোৱা সুবিধা এৰি দিয়া কোনোমতেই উচিত নহয়। এই আশ্ৰয়বিহীন দেশত তেওঁকেই অৱলম্বন কৰি, উভয়ে নিৰ্দিষ্ট ঠাইলৈ যাত্ৰা কৰিলোঁ। আৰু অনুমান দিনৰ বাৰমান বজাত তেওঁৰ ঘৰত উপস্থিত হলোঁগৈ।

ঠাইখিনিৰ নাম আজি পাহৰি গৈছোঁ, অতি ভিতৰুৱা পোহৰ নোপোৱা ঠাই। খোৱা খাদ্যৰ সুবিধা থকাতো অনুমান কৰিব নোৱাৰিলোঁ। গাখীৰ, কণী, পাৰ আদি খাবলৈ মন গলে ওচৰৰ গাঁৱৰপৰা বিচাৰি আনিব লাগে। বিশেষ অসুবিধা হৈছে ৰাস্তা বুলিবলৈ সমূলি নাই। মানুহৰ খেতি পথাৰৰ মাজেৰে অহা-যোৱা কৰিব লাগে। এখন প্ৰাইমাৰী স্কুল আছে। তাৰ অৱস্থাও শোচনীয়। খবৰ লৈ জানিব পাৰিলোঁ তাৰ পণ্ডিতজনৰ দৰমহা মাহে পাঁচ টকা। তেওঁ নিজৰ খেতিৰ কাম সুচাৰুৰূপে সম্পন্ন কৰি দিনৰ একমান বজাতহে স্কুল কৰিবলৈ আহে। আৰু তিনিমান বজাতেই ঘৰলৈ গুচি যায়। মনতে ভাবোঁ, পাঁচ টকা দৰমহাৰ পণ্ডিতে দুঘণ্টাৰ বেছি আৰু কিমান শিকাব?

আদ্যনাথৰ বহাত মই প্ৰায় পোন্ধৰ দিনমান কটাই দিলোঁ। তেওঁ যত্নসহকাৰেই মোৰ অভ্যৰ্থনা কৰিছে। দু মাইলমান আঁতৰত আৰু দুখনো কামৰূপীয়া বামুণৰ বহা আছে। মাজে সময়ে উভয়েই তালৈ ফুৰিবলৈ যাওঁ। তেওঁলোকৰ ওচৰত মোৰ নিজা পৰিচয় গোপন ৰাখি, যজমনীয়া বামুণ বুলিয়েই পৰিচয় দিছোঁ।

মোৰ আত্মীয় এজন এই কোচবিহাৰ এলেকাতেই পূৰ্বপুৰুষৰ-পৰা বাস কৰি আছে, আৰু নিজাকৈও জমি-জমা বহুত কৰি লৈছে।



কিন্তু কোনখিনি ঠাইত বাস কৰিছে সেইটো মই নাজানো। এদিন আদ্যনাথক সুধিলোঁ। হালধিবাৰীৰ ভীম শৰ্মা নামৰ এজন বামুণ ইয়াতে ক'ৰবাত বাস কৰি আছে। তুমি তেওঁৰ থকা ঠাইৰ সন্ধান জানানে? তেওঁ কলে; "হয়, পাঁচ মাইল মান দক্ষিণৰ পিনে থাকে। তেওঁ থকা ঠাইখিনিৰ নাম টিয়াদহ। তাৰ ওচৰতে হালধিবাৰীৰ অধ্যাপকৰো বহা আছে। মই তালৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলোঁ। তেওঁ দুদিনমান থাকিবলৈ অনুৰোধ কৰি কলে ইয়াতে থকাত যদি কিবা অসুবিধা পাইছে দুদিনমান পিছত ময়ে-গৈ তেওঁৰ বহাত আপোনাক থৈ আহিম।

প্ৰায় চাৰিদিনমান পিছত এদিন হাট বাৰত তেওঁ মোক দীন-হাটালৈ লৈ গ'ল আৰু হাটৰ মাজতেই ভীম শৰ্মাৰ সম্বন্ধীয় ভায়েক এজনক লগ পাই মোৰ লগত চিনাকি কৰি দিলে। সেই ভায়েকজনৰ মুখতে খবৰ পালোঁ ভীম শৰ্মা তাত নাই, ঘৰলৈ গৈছে। তথাপি তেওঁ আগ্ৰহেৰে মোক তেওঁৰ বহালৈ লৈ গ'ল। তাত দুদিনমান থাকি ঠাইখিনি ভাল নলগাত অধ্যাপকৰ বহাত উঠিলোঁ গৈ। বৰ্তমান অধ্যাপক তাত নাথাকে। তেওঁৰ ল'ৰা তিনিজন থাকে। নাৰায়ণ শৰ্মা, সাৰদা শৰ্মা, কেশৱ শৰ্মা আৰু এজন ভায়েক আছে তেওঁৰ নাম অন্নদা শৰ্মা, বি. এ.। তেওঁ কোচবিহাৰ ষ্টেচনত চাকৰি কৰে। মাজে সময়ে কেতিয়াবাহে টিয়াদহলৈ আহে। এই ঠাইখিনি মোৰ বৰ ভাল লাগিল। ওচৰতে সৰু জুৰিটিৰ দৰে এটি নৈ আছে। দক্ষিণ পিনে কোনো মানুহৰ বসতি নাই। খোলা ঠাই। স্বাস্থ্যও বেয়া যেন নালাগিল, বিশেষতঃ খোৱা খাদ্য, শাক-পাচলি যথেষ্ট পৰিমাণে পোৱা যায়। প্ৰায় এসপ্তামান থকাৰ পিছত কেশৱ নামৰ সৰু ভায়েকজন ঘৰলৈ যাবলৈ ওলাল। সুযোগ বুজি কেশৱক মোৰ ঘৰলৈ গৈ মই ইয়াতে থকা সংবাদ জনাবলৈ অনুৰোধ কৰিলোঁ। তেওঁ স্বীকৃত হ'ল, আৰু এসপ্তাহৰ ভিতৰতেই উভতি আহি মোৰ ঘৰৰ সংবাদো মোক জনাবলৈ

গাত ললে। মোৰ ঘৈণীহঁত সেই সময়ত পাটাছাৰকুছিত মোৰ ভতিজাৰ ঘৰত আছিল। কেশৰক সেই খবৰটো জনাই দিলোঁ। তেওঁ তালৈ গৈ তেওঁলোকৰ খবৰ লৈ আহিবলৈও কৈ থলোঁ। প্ৰায় কুৰি দিনমান তাতেই থাকিলোঁ। তাত থকা দিনকেইটা আনন্দৰ ভিতৰেদিয়েই অতিবাহিত হ'ল। এসপ্তাহমান পিছতেই কেশৰে উলটি আহি মোক মোৰ ঘৰৰ সংবাদ জনালে। মোৰ সৰু ঘৈণীক তেওঁৰ ভায়েক মথুৰা মোহন চক্ৰৱৰ্তীয়ে গৈ বটিয়ামাৰীলৈ লৈ আহিছে, আৰু ডাঙৰ ঘৈণী বৰনগৰলৈ গৈ ভায়েকৰ তত্বাৱধানত আছে। বৰ্তমান পাটাছাৰকুছিত কোনো নাই, সকলোটিয়ে নিৰাপদে থকা সংবাদ পাই মনত অলপ শান্তি আহিল।

## আকৌ বটিয়ামাৰীলৈ যাত্ৰা

তেওঁৰপৰা সকলো কথা শুনি আৰু সৰু ঘৈণী বটিয়ামাৰীলৈ অহা জানিব পাৰি, ল'ৰাটোক এবাৰ চাবলৈ মনটো অস্থিৰ হৈ উঠিল। তেতিয়াৰ বাবে কলিকতালৈ যোৱা স্থগিত ৰাখি বটিয়ামাৰীলৈ যাবলৈ সাজু হলোঁ, কিন্তু ইপিনে ট্ৰেইনেৰেতো যোৱাৰ উপায় নাই, খোজ কাঢ়িয়ে যাব লাগিব। পিছদিনাই ভাদুড়ীৰে সৈতে অহা বাটেৰে বৰমহাদেৱলৈ ৰাওনা হলোঁ। নিশিকান্তৰ ঘৰত এৰাতি থাকি পিছদিনাখন ঘঁৰিয়াল-ডাঙ্গাৰ দেবেন বাবুৰ ঘৰত গৈ আকৌ উঠিলোঁ। দেবেন বাবুৱে মোৰ কলিকতা যাত্ৰাৰ সকলো কথা জানিব খোজাত চমুকৈ কলিকতাৰ বিৱৰণ তেওঁক জনালোঁ, আৰু নবদ্বীপ যাত্ৰাৰ কথাও বাদ নিদিলোঁ। তেওঁৰ ঘৰতে দুদিনমান বিশ্ৰাম লৈ একৈশ মাইল বাট খোজ কাঢ়ি আকৌ গৌৰীপুৰৰ মোৰ ভতিজাৰ ঘৰত



উঠিলোঁ গৈ। তাতে এদিন বিশ্ৰাম লৈ ৰাতিপুৱা আঠ বজাৰ মটৰেৰে গৈ বিলসীপাৰাত নামি হাকমাৰ প্ৰফুল্ল বাবুৰ ঘৰত উপস্থিত হলোঁ। মই যাই পোৱাৰ লগে লগে প্ৰফুল্ল বাবুৰ ঘৈণীয়েকে কবলৈ ধৰিলে "আপুনি যোৱাৰ পিছতেই আপোনাৰ আতা শহুৰৰ ঘৰত গম পাই আমাক বৰ বেজাৰ পাইছে। আপুনি এইবাৰ তেওঁলোকৰ তালৈ গৈ দেখা দি আহিব। তেওঁৰ কথা শুনি মই আচৰিত হলোঁ। মই তেওঁক সুধিলোঁ, তেওঁলোকে গম পালে কেনেকৈ? নিশ্চয় আপোনালোকেই খবৰটো জনাইছে। তেওঁ হাঁহি স্বীকাৰ কৰিলে।

মই যাই পোৱাৰ আধা ঘণ্টামান পিছতেই তেওঁলোকৰ ঘৰত খবৰ পাই গ'ল। এজন চাকৰ আহি খবৰ দিলে, আতা শহুৰে মোক মাতি পঠাইছে। উপায় নাপাই বাধ্য হৈ তেওঁলোকৰ তালৈ যাব লগাত পৰিলোঁ, কিন্তু মনৰ মাজত প্ৰফুল্ল বাবুৰ ঘৈণীয়েকলৈ অলপ বেজাৰো আহিল।

যায়েই দেখোঁ, মোৰ সৰু মামা শহুৰ, মেজৰ শ্ৰীপ্ৰশান্ত চক্ৰৱৰ্তী ছুটিত আহিছে, আৰু শালকোচাৰ শ্ৰীসুধীন্দ্ৰ ভট্টাচাৰ্য ধুবুৰীৰপৰা আহি তাত উপস্থিত হৈছে। তেখেতো মোৰ মামা শহুৰ হয়। সেই সময়ত তেখেতে নতুনকৈ ই-এ-চি হৈ ধুবুৰীলৈ আহিছে। উভয়ে মোক দেখা পাই হাঁহি অভ্যৰ্থনা জনালে। দুপৰীয়া আটাইকেইজনে একেলগে ভাত খাবলৈ বহিছোঁ। এনেতে আতা শহুৰে হাঁহি কবলৈ ধৰিলে। এজন মিলিটাৰী মেজৰ, এজন হাকিম আৰু এজন পলাতক আচামী আজিৰ যোগাযোগটো বেছ হৈছে। আমাৰ আটাইকেউ-জনৰে হাঁহি উঠিল। খোৱা শেষ হোৱাত মই আকৌ যাবলৈ সাজু হলোঁ। কিন্তু আতা শহুৰে প্ৰায় জোৰ কৰিয়েই সিদিনাখনৰ কাৰণে তাতেই থাকি যাবলৈ কলে। মই মান্তি নহলোঁ। আজিয়েই বটিয়ামাৰী পাব লাগিব বুলি বিদায় ললোঁ।

বেলি অনুমান দুইমান বজাত হাকামাৰপৰা শালকোচালৈ ভিতৰুৱা ৰাস্তাৰে ৰাওনা হলোঁ। আহিবৰ পৰত সেই বাটেৰেই ভৱানী চক্ৰৱৰ্তীৰ লগত আহিছিলোঁ। গতিকে সেইটো বাট মোৰ পৰিচিত। যেতিয়া গৈ শালকোচা পাওঁ, অনুমান তেতিয়া চাৰি বাজি গৈছে। মই ইমান জোৰেৰে খোজ লৈছোঁ যে, প্ৰতিঘণ্টাত প্ৰায় চাৰিমাইল গৈছোঁ। শালকোচাৰপৰা মুখ্য আলিৰেই চাপৰলৈ যোৱাৰ সিদ্ধান্ত কৰিলোঁ, কিয়নো শালকোচাৰপৰা চাপৰ অনুমান আঠ-ন মাইলমান হব। বিচাৰ কৰি বুজিলোঁ সন্ধিয়া চাৰে ছয়মান বজাত গৈ চাপৰ পাম। তেতিয়া আন্ধাৰ হৈ আহিব, গতিকে তাত ভয়ৰ কাৰণ নাই বুলিয়েই মোৰ ধাৰণা হ'ল। ভৱানী চক্ৰৱৰ্তীৰ লগত আহোঁতে শালকাঠৰ জাৱণি আৰু চৈবাৰী বাগানৰ বাটৰ বিলাইৰ কথা বেছ মনত আছে, মৰিলেও আৰু সেই বাটেৰে নাযাওঁ।

ইয়াকে ভাবি লৈ অলপো সময় নষ্ট নকৰি, তেতিয়াই ট্ৰাঙ্ক ৰোড ধৰি চাপৰলৈ ৰাওনা হলোঁ। যেতিয়া চাপৰ পাওঁ অনুমান সাত বাজিছে, আন্ধাৰ ঘনাই আহিছে। তেতিয়াও বটিয়ামাৰীলৈ অনুমান সাত-আঠ মাইলমান বাট যাব লাগিব। চাপৰত এপিয়লা চাহ খাই ললোঁ। আৰু কোনোপিনে ভ্ৰূক্ষেপ নকৰি বটিয়ামাৰীলৈ খোজ মেলিলোঁ। ৰাতি অনুমান দহমান বজাত বটিয়ামাৰী ৰঘুনন্দনপুৰৰ মোৰ শহুৰৰ ঘৰত উপস্থিত হলোঁ গৈ। তেতিয়া তেওঁলোকৰ ঘৰত ভাত খোৱাৰ যোগাৰ হৈছে। মই যাই পোৱাত সকলোৰে মনত যেন এটা আনন্দৰ ভাৱ বিৰিঙি উঠিল। ময়ো ইমান পৰিশ্ৰম কৰি অহা ভাগৰুৱা দেহটোত অলপ যেন শান্তি অনুভৱ কৰিলোঁ। ঘৈণীৰ মুখতো আনন্দৰ উজ্জলতা লক্ষ্য কৰিলোঁ। ল'ৰাটো তেতিয়া টোপনিত পৰি আছিল। তেতিয়াৰ বাবে তাক সাৰ নিদিলোঁ। হাত-মুখ ধুই অলপ সুস্থ হৈ জিৰণি লৈছোঁ। এনেতে ঘৈণীয়ে চাহ এপিয়লা আনি দি প্ৰশ্ন কৰিলে, "আজি ক'ৰপৰা আহিছে?" মই হাকামাৰ-



পৰা খোজ কাঢ়ি সেই ৰাস্তাৰে অহা বুলি কোৱাত তেওঁ যেন অলপ আচৰিত হ'ল। তুনাই প্ৰশ্ন কৰিলে, "চাপৰত দেখোন পুলিচ থাকে। আহিল কেনেকৈ? সিহঁতে গম নাপালে জানো?" মই হাহি কলোঁ, আজিকালি পুলিচৰ ভয় এৰি পেলাইছোঁ। তেওঁ মিচিকৈকৈ হাঁহি ঘৰৰ ভিতৰলৈ গুচি গ'ল।

প্ৰায় এক সপ্তাহমান তাতেই থাকিলোঁ। এদিন আবেলি পৰত এজন আদহীয়া অচিনাকি মানুহ আহি মোক ভিতৰ চকৰপৰা মতাই আনি কবলৈ ধৰিলে,"শালমাৰা থানাৰ দাৰোগাই আপোনাক ইয়াৰ-পৰা আন ঠাইলৈ যাবলৈ কৈছে। ইয়াতে আৰু সৰহ দিন নাথাকি দুই এদিনৰ ভিতৰতে আঁতৰি যাওক।" ইয়াকে কৈ তেওঁ গুচি গ'ল। মানুহজনৰ পৰিচয় জানিবৰ আগ্ৰহ আছিল যদিও, সুধিবলৈ ওচৰত তেনে কোনো মানুহেই নাছিল, আৰু নিজৰো পৰিচয় সুধিবলৈ মনত যেন কেনেবা কেনেবা লাগিল। গতিকে তেওঁ অজ্ঞাত হৈ গ'ল। মই কথাষাৰ শুনি অলপ চিন্তিত হলোঁ। ইয়াৰ ভিতৰতেই থানাত খবৰ পালে কেনেকৈ? ৰঘুনন্দনপুৰৰপৰা শাল-মাৰা প্ৰায় দহমাইল বাট হয়, ইমান দুৰৰপৰা কোনো বন্ধুৱে খবৰটো পৰিবেশন কৰিলে।

যিয়েই হউক, নিজকে বিপদমুক্ত কৰিবলৈ ইয়াৰপৰা আঁতৰি যোৱাটোৱেই শ্ৰেয় যেন ভাবি, ঘৈণীক কলোঁ যে মোৰ আৰু ইয়াত থকা উচিত নহয়। অতি সোনকালে ঠাই পৰিবৰ্তন কৰিব লাগিব। তেওঁ কথাষাৰ শুনি মনত ভয় পাই মোক কলে, "ইয়াত কিবা গোলমাল হলে মানুহে বেয়া বুলিব, আপুনি আঁতৰি যোৱাটোৱেই ভাল যেন পাওঁ।

পিছদিনা কোনোৱে গম নোপোৱাকৈ ৰাতি পুৱাতেই শালবাৰীৰ শৰৎ গোস্বামীৰ ঘৰলৈ ৰাওনা হলোঁ। তেওঁৰ ঘৰলৈ গৈ উপস্থিত হৈয়েই দেখিলোঁ, গোস্বামীয়ে সেই ঠাইৰেই চকীদাৰ দুজনৰ সৈতে

বহি গল্প কৰি আছে। তেওঁ মোক দেখা পাই চিধাই ভিতৰ সোমাই যাবলৈ কলে। ময়ো মনত এটা সন্দেহ লৈ ভিতৰ সোমাই তেওঁৰ থকা ঘৰৰ বাৰান্দাতেই উঠিলোঁ গৈ। তেওঁৰ ঘৈণীয়েকে ওলাই আহি ঘৰৰ ভিতৰৰপৰা এখন চকী আনি আগুৱাই দিলে। অলপ পিছতেই গোস্বামীয়ে ভিতৰলৈ আহি মোক কলে, আপুনি বাহিৰলৈ নাযাব, চকিদাৰ দুজনে আপোনাৰ কথাকেই মোক সুধিছিল। বোধ হয় থানাৰপৰা কিবা খবৰ পঠিয়াইছে। সিহঁত মোৰ শিষ্য, সিহঁতৰপৰা একো অনিষ্ট নহব, আৰু সিহঁতে আপোনাক চিনিও নাপায়। মোক সিহঁতে আপুনি ক'ৰ মানুহ বুলি সোধাত, মই দক্ষিণ পাৰৰ মোৰ আত্মীয় বুলি কৈছোঁ। অলপ বহক, মই সিহঁতক বিদায় কৰি দি আহোঁ। ইয়াকে কৈ তেখেত বাহিৰলৈ ওলাই গ'ল। তেখেতৰ ঘৈণীয়েকে এপিয়লা চাহ আনি হাতত তুলি দিলে, এনেতে গোস্বামীয়ে বাহিৰৰপৰা আহি মোৰ ওচৰতেই চকী এখন লৈ বহি গ'ল।

উভয়ে চাহ খোৱাৰ মাজতেই তেওঁৰ ঘৈণীয়েকে আহি প্ৰশ্ন কৰিলে, ইমান দিনে ক'ত আছিলোঁ আৰু কি কৰিছিলোঁ। মই চমুকৈ তেওঁৰ প্ৰশ্নৰ উত্তৰ দি গ'লোঁ। সোণাহাট, ঘঁৰিয়ালডাঙ্গাকে আদি কৰি কলিকতা, নৱদ্বীপ পৰ্যন্ত সকলো ঠাইৰে খবৰ চুটিকৈ কৈ থলোঁ। তেওঁলোকে মনোযোগেৰে বিৱৰণবোৰ শুনি ললে।

নানা গল্প-গুজবৰ ভিতৰ দিয়েই গোস্বামীৰ ঘৰত প্ৰায় এসপ্তাহ কটাই দিলোঁ। তাৰেপৰা পঁচাগাঁৱৰ ভৱানী চক্ৰৱৰ্তীৰ ঘৰলৈ যোৱাৰ ইচ্ছা হোৱাত গোস্বামীক কথাটো জনাই থৈ, পিছদিনা ৰাতি পুৱাতেই আকৌ ভৱানী চক্ৰৱৰ্তীৰ ঘৰত উঠিলোঁগৈ।

মোক দেখি তেও আতৰৰপৰাই মাতলগালে, "আহক, আহক আপোনাৰ ভ্ৰমণকাহিনী জানিবলৈ ব্যস্ত হৈ আছোঁ।" মই যোৱা গম পাই তেওঁৰ ঘৈণীয়েকেও ঘৰৰ ভিতৰৰপৰা হাঁহি ওলাই আহি প্ৰশ্ন কৰিলে, "ইমানদিনে ক'ত আছিল? চিঠি এখনেৰে খবৰ জনালে



জানো কিবা ক্ষতি আছিল?" মই কলোঁ, "খবৰ জনোৱাৰ উপায় নাছিল। আজিকালি চিঠিপত্ৰবোৰ গবৰ্ণমেণ্টে খুলি চায়। তেওঁ কথাষাৰ বিশ্বাস নকৰি মুখ বিকটাই কলে, "থৈ দিয়ক, পৰৰ চিঠিও খুলি চাব নে?" তেওঁৰ কথা কোৱাৰ ভঙ্গী দেখি আমি উভয়ে হাঁহি দিলোঁ। বেছেৰী লাজ পাই ভিতৰলৈ সোমাই গ'ল। মই চক্ৰৱৰ্তীক সেই সন্ন্যাসীজনৰ কথা সুধিলোঁ। তেখেতে নাই বুলি কলে। তিনি মাহমান আগতে তেওঁ ক'ৰবালৈ গুচি গৈছে। মোৰ মনত এটা আক্ষেপ ৰৈ গ'ল। আকৌ সেই সাধুজনৰ লগত সাক্ষাৎ হবলৈ বৰ আগ্ৰহ আছিল।

চক্ৰৱৰ্তীৰ ঘৰত মাথোঁ দুদিন থাকি আকৌ বচনগাঁৱৰ দীপনাৰায়ণ চক্ৰৱৰ্তীৰ ঘৰলৈ ৰাওনা হলোঁ। মনত ভাবি থৈছোঁ, তাত দুদিনমান থাকি কলিকতালৈ ৰাওনা হম, কিন্তু ঈশ্বৰৰ ইচ্ছা অন্যৰূপ। মই দীপনাৰায়ণৰ ঘৰত দুদিনমান থকাৰ পিছতে ভয়ানক জ্বৰত পৰিলোঁ। প্ৰায় এসপ্তাহমান জ্বৰ ভুগি অলপ আৰোগ্য হৈছোঁ। এনেতে হঠাৎ বজালীৰ ভোগপুৰ গাঁৱৰ দুৰ্গা শৰ্মা দীপনাৰায়ণৰ ঘৰত আহি উপস্থিত হ'ল। তেওঁ মোক তাত দেখি বৰ ঘনিষ্ঠভাব লগালে। তেওঁ যে এজন কংগ্ৰেছ কৰ্মী তাকো বৰ্ণালে, আৰু জালাহ ভলণ্টিয়াৰ কেম্পৰ ইনচাৰ্জ আছিল বুলিও কলে। বিশেষকৈ আমাৰ সহকৰ্মী শ্ৰীপ্ৰিয়নাথ শৰ্মাৰ নিজৰ ভাগিন বুলিও পৰিচয় দিলে। সেইবোৰ কথা শুনি তেওঁক অবিশ্বাস কৰিব নোৱাৰিলোঁ। সৰল অন্তঃকৰণেৰে তেওঁৰ লগত গল্প গুজব কৰি ফুৰিবলৈ যাওঁ; কিন্তু তেওঁৰ কথা বতৰাত এটা চঞ্চলতাৰ ভাৱ প্ৰকাশ পোৱা যেন লক্ষ্য কৰিলোঁ। পিছ দিনাই তেওঁ ঘৰলৈ গুচি গ'ল। মোৰ মনত দুৰ্গা শৰ্মাৰ প্ৰতি এটা সন্দেহৰ ভাৱ জাগিল। দীপনাৰায়ণক কথাষাৰ কলোঁ। মই আৰু ইয়াত নাথাকোঁ। শৰৎ গোস্বামীৰ ঘৰলৈ যাম। এই মানুহজনৰ (দুৰ্গাৰ) কথা-বতৰা মোৰ ভাল নালাগিল। দীপনাৰায়ণে হাঁহি মোৰ কথা-

যাৰ উৰাই দিলে, তথাপি মই তেওঁৰ কথাত পতিয়ন নগৈ শালবাৰীৰ শৰৎ গোস্বামীৰ ঘৰলৈ গুচি গলোঁ। তাত গৈ আকৌ জ্বৰত পৰিলোঁ। দুদিন মান জ্বৰ ভোগাৰ পিছত জ্বৰ এৰিলে যদিও, বৰ দুৰ্বল হৈ পৰিলোঁ। গোস্বামীয়েও তেওঁৰ ঘৰতে কেইদিনমান জিৰণি লবলৈ কলে। ময়ো ভাবিলোঁ, এনেকুৱা দুৰ্বল দেহ লৈ ঘূৰি ফুৰিলে স্বাস্থ্য ভাঙি যাব। গতিকে কেইদিনমানৰ বাবে জিৰণিৰ প্ৰয়োজন।

তেতিয়া বাৰিষাৰ দিন। বাট-পথবোৰ বোকা পানীৰে ভৰি গৈছে ফুৰিবলৈ অসুবিধা। বিশেষ দৰকাৰ নহলে ঘৰৰপৰা কেতিয়াও বাহিৰ নহওঁ। এদিন দুপৰীয়া হঠাৎ আকৌ দুৰ্গা শৰ্মা আহি গোস্বামীৰ ঘৰত উপস্থিত হ'লহি। তেওঁক দেখি মনত এটা বিৰক্তিৰ ভাৱ উপজিল। মনৰ ভাৱ মনতে গোপন ৰাখি তেওঁক প্ৰশ্ন কৰিলোঁ, ইমান কষ্ট খাই ইয়ালৈ কিয় আহিলা? তেওঁ বেছ সজাই বুজাই কলে ডাক্তৰ জীনাৰাম বাবুৱে আপোনাক মাতিছে। যেনেকৈয়ে হওক আপুনি পাঠশালালৈ গৈ তেওঁৰ লগত দেখা কৰক। কিবা জৰুৰী সকাম আছে। পাৰিলে অহা কালিয়েই যাত্ৰা কৰক। মই অলপ চিন্তাত পৰিলোঁ। এনে অৱস্থাত জীনাৰাম বাবুৱে মোক মতাই নিয়াৰ প্ৰয়োজন কি? নহয় এইবোৰ দুৰ্গাৰেই ফন্দী যেন লাগিল।

ডাক্তৰ জীনাৰাম দাস সেই সময়ত বজালী কংগ্ৰেছৰ সভাপতি আছিল। তেওঁ মোৰ বন্ধু মানুহ আৰু সহকৰ্মীও। তেওঁৰ কথা মই অবিশ্বাস নকৰিম বুলি দুৰ্গাই বেছ জানে। মই তাক মোৰ মনৰ ভাব গোপন ৰাখি কলোঁ, বৰ্তমান মই বৰ দুৰ্বল অৱস্থাত আছোঁ। তুমি তেওঁক কবা এসপ্তাহ মান পিছত অভয়াপুৰীয়েদি ৰঙাপানীৰ বাটেৰে গৈ মই সৰভোগত ওলাম। তাৰেপৰা উত্তৰমুৱা হৈ বাহবাৰী বাগানৰ মাজেৰে মই বজালীত ওলামগৈ।

তেওঁ কথাষাৰ বিশ্বাস কৰি তেতিয়াই ৰঙাইগাঁৱলৈ গুচি গ'ল।



অলপ পিছতে গোস্বামী আহি মোক সুধিলে, "মানুহজন কোন? আৰু কিয় এনেভাৱে চাহ এটুপি নোখোৱাকৈ গুচি গ'ল।" মই হাঁহি উত্তৰ দিলোঁ, তেওঁ চাহ নোখোৱাৰপৰা আমাৰ ভদ্ৰতা ক্ষুণ্ণ হোৱাৰ আশঙ্কা নাই। গোস্বামীয়ে মোৰ কথাষাৰ বুজিব নোৱাৰি মোৰ মুখলৈ চাই থাকিল। মই তেওঁক দুৰ্গাৰ পৰিচয় চমুকৈ জনালোঁ আৰু মোৰ মনৰ সন্দেহৰ ভাৱৰ কথাও তেওঁক কলোঁ। গোস্বামীয়ে অলপ চিন্তান্বিত হোৱা যেন লক্ষ্য কৰি, ঠাই পৰিবৰ্তনৰ প্ৰস্তাৱ কৰিলোঁ। তেখেতে মোৰ কথাকে সমৰ্থন কৰি কলে, "মানুহজনৰ প্ৰতি যদি আপোনাৰ সন্দেহ হৈছে, তেন্তে ঠাই পৰিবৰ্তন কৰা উচিত হব।"

মই আৰু পলম নকৰি তেতিয়াই আকৌ ৰঘুনন্দনপুৰৰ মোৰ শহুৰৰ ঘৰলৈ ৰাওনা হ'লোঁ। তাত দুদিনমান থকাৰ পিছত ঘৈণীয়ে কলে "মোৰ আৰু ইয়াত থকাৰ ইচ্ছা নাই। সুবিধা কৰিব পাৰিলে পাটাছাৰকুছিলৈ যাবলৈ মন যায়।" মই পঠিয়াবলৈ সম্মতি প্ৰকাশ কৰিলোঁ আৰু তেওঁৰ অভিপ্ৰায় শহুৰক জনালোঁ। তেওঁ অনিচ্ছাৰ ভাৱ প্ৰকাশ কৰিলে যদিও, বাধ্য হৈ অনুমতি দিলে। পিছদিনা পুৱাতেই গাৰী এখন ভাড়া কৰি বচনগাঁৱৰ দীপনাৰায়ণ চক্ৰৱৰ্তীৰ ঘৰলৈ পঠাই দিলোঁ। দীপনাৰায়ণৰ ঘৰতে প্ৰায় এসপ্তাহ থাকি তেওঁৰে সৰু ভায়েকক পাটাছৰকুছিলৈ পঠাই মোৰ ভতিজাক খবৰটো জনালোঁ। দুদিন পিছতেই মোৰ মাজু ভতিজা আদ্যনাথ আহি ঘৈণীক পাটাছাৰকুছিলৈ লৈ গ'ল।

ময়ো আৰু সময় নষ্ট নকৰি আকৌ কলিকতালৈ যোৱাৰ মন কৰিলোঁ, কিন্তু সিদিনা ৰাতিয়েই আকৌ জ্বৰ হৈ বিছনাত পৰিলোঁ। দীপনাৰায়ণে মোৰ জ্বৰ হৈ থকা বাবে কলিকতালৈ যোৱা স্থগিত ৰাখি চিকিৎসা কৰিবলৈ জোৰ দি কলে, আৰু নিজৰ তত্ত্বাৱধানতেই ৰঙাই-গাঁৱৰপৰা দৰৱ আনি মোক নিয়মিতভাৱে খুৱাবলৈ ধৰিলে। মেলেৰিয়া

জ্বৰ, কুইনাইন পেটত পৰাৰ লগে লগে শাম কাতিলে যদিও আকৌ দুৰ্বল হৈ পৰিলোঁ। দীপনাৰায়ণে এই অৱস্থাত মোক ক'লৈকো যাবলৈ নিষেধ কৰিলে। কম পক্ষে পোন্ধৰ দিন তাতেই থাকি ঔষধ ব্যৱহাৰ কৰি দেহাটো আৰোগ্য কৰি লবলৈ কলে, ময়ো তেওঁৰ কথা মানি ললোঁ।

কেইদিনমান অতিবাহিত হোৱাৰ পিছত এদিন আকৌ দুৰ্গা শৰ্মা আহি দীপনাৰায়ণৰ ঘৰত আৱিৰ্ভূত হ'ল। তেওঁক দেখা পাই মোৰ খঙে গৈ চুলিৰ আগ পালে নিজকে সংযত কৰি তেওঁক সুধিলোঁ, "আকৌ কিয় আহিলা ?" তেওঁ নম্ৰ ভাৱেই মোক কলে, "আপুনি যাম বুলিও নগ'ল। সেই বাবে জীনাৰাম বাবুৱে মোক আকৌ পঠিয়াই দিলে। জীনাৰাম বাবু, কেশৱ ডাক্তৰকে আদি কৰি কংগ্ৰেছ কৰ্মী-সকলে আপোনালৈ বাট চাই আছে। আপুনি কেতিয়া যাব পাৰিব সঠিক কৈ কওক।" মই জ্বৰ হোৱা বাবে যাব পৰা নাই বুলি কলোঁ। লক্ষ্য কৰিলোঁ, তেওঁ যেন চটবটাই ফুৰিবলৈ ধৰিলে আৰু ঘনাই নেভিকেট চিগাৰেট হুঁপিবলৈ ধৰিলে। মনতে ভাবিলোঁ, বিড়ি খাবলৈ পইচা নোপোৱা দুৰ্গাই, নেভিকেট খাবলৈ পইচা পালে ক'ত ? মনত সন্দেহ হৈ তেওঁক প্ৰশ্ন কৰিলোঁ, তুমি যে মাহত তিনি চাৰি-বাৰকৈ মোৰ ইয়ালৈ আহিছা, খৰচৰ টকা কোনে দিয়ে ? আৰু তোমাৰ ঘনাই অহাৰ গৰজটো কিহৰ। মোৰ কথা শুনি তেওঁ যেন দোধৰ-মোধৰত পৰি গ'ল। মুখখন সেমেকা সেমেকি কৰি কঠুৱা হাঁহি এটা মাৰি মোক কলে, "তেওঁলোকে আহিবলৈ কোৱা বাবেহে আহিছোঁ আৰু অহা যোৱা খৰচ মই নিজৰপৰাই কৰিছোঁ।" তেতিয়া ভাবিলোঁ, মোৰ মনৰ সন্দেহ অমূলক নহয়। মোক ধৰাই দি পুৰস্কাৰ লবৰ আশাত ঘূৰি ফুৰিব ধৰিছে। মনৰ ভাৱ গোপন ৰাখি আকৌ প্ৰশ্ন কৰিলোঁ। ইমান টকা পইচা খৰচ কৰি যে আহিব ধৰিছা, ইয়াত তোমাৰ স্বাৰ্থ কি আছে ? মোৰ এই প্ৰশ্নত তেওঁ যেন অতিশয় চঞ্চল



হৈ উঠিল। মুখত গধুৰ ভাৱ আনিবলৈ চেষ্টা কৰি কবলৈ ধৰিলে, "মই আজি কোচবিহাৰলৈ যাম, গতিকে আপোনাৰ লগত দেখা কৰি কথাষাৰ কৈ গলোঁ। আপুনি সুবিধা বুজি এবাৰ যাই তেওঁলোকৰ লগত দেখা হৈ আহিব। কিবা বিশেষ জৰুৰী সকাম থকা বুলি কৈছে।" মই কলোঁ, "বাৰু তুমি যোৱা। অলপ সবল হলেই মই বজালীলৈ গৈ তেওঁলোকৰ লগত দেখা হৈ আহিম। তুমি আৰু খৰচ কৰি, মিছাতেই নাহিবা। তেও মুহূৰ্তমানো পলম নকৰি তেতিয়াই গুচি গ'ল। দুৰ্গা যোৱাৰ পিছতেই হঠাৎ মনটো যেন গধুৰ হৈ উঠিল।

দীপনাৰায়ণক মতাই আনি কথাষাৰ কলোঁ, দুৰ্গাৰ অহা-যোৱাৰ লক্ষণটো বৰ ভাল যেন নালাগিল। মনত যেন এটা বেয়া মতলব লৈ ঘূৰি ফুৰিছে। মই আজি ইয়াৰপৰা যোৱাটোৱে উচিত। দীপনাৰায়ণে মোৰ কথা শুনি হাঁহি উৰাই দিলে আৰু কলে, তোমাৰ মনৰ মাজত এটা ভয়ে শিপা মেলি বহিছে, গতিকে বাটৰ বাটৰুৱাকো চি-আই-ডি বুলি সন্দেহ কৰা। ভয় নাখাবা, দুৰ্গা শৰ্মাৰ সিমানখিনি সাহস নহব। তথাপি যদি সন্দেহ কৰা, আজি থাকি অহা কালি পুৱাতেই গুচি যাবা। মই কথাষাৰ মানি ললোঁ, আৰু ৰাতিটোৰ বাবে তাতেই থাকি গলোঁ।

## কালী ভাদুড়ী ধৰা পৰিল

ইয়াতেই কালী ভাদুড়ীৰ সৰভোগ অভিযানৰ সামৰণি পেলোৱা দৰকাৰ বুলি ভাবিলোঁ। ভাদুড়ীয়ে কলিকতাৰপৰা কেনভাচাৰ সাজি আহি সৰভোগ ষ্টেচনত নামি চকুচকা বজাৰলৈ গৈ প্ৰতাপ দেৰ লগত দেখা কৰি মই দিয়া চিঠিখন তেওঁৰ হাতত দিলে, আৰু মোৰ খুলশালী শ্ৰীমান চন্দ্ৰৰ ঠিকনা তেওঁৰ-পৰাই জানি ললে। প্ৰতাপ দে মই দিয়া চিঠিখন পঢ়ি কিবা সন্দেহ

কৰি ভাদুড়ীক আশ্ৰয় দিবলৈ অস্বীকাৰ কৰিলে। তেতিয়া ভাদুড়ীয়ে মাদুলীঝাৰলৈ গৈ মোৰ খুলশালী চন্দ্ৰৰ ঘৰত উপস্থিত হ'ল, আৰু মই দিয়া চিঠিখন চন্দ্ৰৰ হাতত দিলে। চন্দ্ৰই মোৰ চিঠি পাই ভাদুড়ীক যথেষ্ট আদৰ অভ্যৰ্থনা কৰিলে আৰু তাতেই তেওঁৰ খোৱাবো যোগাৰ কৰিলে।

ইপিনে প্ৰতাপ দে মই দিয়া চিঠিখন লৈ গৈ এচ-ডি-চি অন্নদা শৰ্মাৰ হাতত দিলে। শৰ্মাই চিঠিখন মনোযোগেৰে চাই (পঢ়ি) চক্‌চকাৰ দামোদৰ নাথক ভাদুড়ীক মাতি আনিবলৈ তেতিয়াই চন্দ্ৰৰ ঘৰলৈ পঠিয়াই দিলে। ভাদুড়ীয়ে খোৱা কাম শেষ কৰি বাহিৰা ঘৰত জিৰণি লৈছিলহি, এনেতে দামোদৰ নাথে গৈ এচ-ডি-চি শৰ্মাই মাতিছে বুলি প্ৰায় জোৰপূৰ্বক তাৰপৰা তেওঁক লৈ আহিল। ইপিনে সৰভোগৰপৰা পুলিচ আনি এচ-ডি-চিয়ে অফিচত ৰাখি থলে।

ইয়াতেই অলপ সন্দেহৰ কাৰণ বৈ গ'ল। পুলিচক খবৰ পঠিয়াই মাতি আনিলে, নে পুলিচে কিবা সকামতে ইয়ালৈ আহিছিল, সেইটো খবৰ দিয়াজনে সঠিক নাজানে। আমি হলে খবৰ পঠিয়াই মাতি অনা বুলিয়েই ধৰি লৈছোঁ। কিয়নো প্ৰতাপ দে মোৰ চিঠিখন যেতিয়া এচ-ডি-চি শৰ্মাক দেখুৱালে, তেতিয়া উভয়ে পৰামৰ্শ কৰি পুলিচক খবৰ দিয়াটো একো অসম্ভৱ নহয়। প্ৰতাপ দে ইমানখিনি বিশ্বাসঘাতকতা কৰিব বুলি মই সপোনতো ভবা নাছিলোঁ।

ভাদুড়ীয়ে এচ-ডি-চি অফিচত থিয় হৈয়েই তেওঁৰ অৱস্থাটো বুজি ললে। তেতিয়াই তেওঁ গিৰীশ দাসলৈ দিয়া চিঠিখন আৰু মোৰ ভতিজালৈ দিয়া চিঠিখন, দুয়োখনকে চোবাই গিলি থলে। লগে লগে পুলিচে ভাদুড়ীক গ্ৰেপ্তাৰ কৰি থানালৈ লৈ গ'ল। বিচাৰত ভাদুড়ীৰ ছমাহৰ জেইল হ'ল। তেজপুৰ জেইলত ছমাহ থাকি খালাচ হোৱাৰ



লগে লগে আকৌ গ্ৰেপ্তাৰ কৰি আটক বন্দী কৰি আকৌ জেইলত সুমাই থলে। এই খবৰটো মই বচনগাঁৱতেই গৈ পাইছোঁ।

ভাদুড়ী ধৰা পৰাত মই ইমান মৰ্মাহত হলোঁ যে লাজতে কলিকতালৈ যাবলৈ সাহস নোপোৱা হলোঁ।

## মোৰ বিলাই

দীপনাৰায়ণৰ ঘৰত ৰাতি খাই বৈ শুই আছোঁ। মোৰ চিৰকলীয়া এটা অভ্যাস আছে ৰাতি পোহৰ হোৱাৰ পৰত সাৰ পাই বাহিৰলৈ ওলাওঁ, পিছত গৈ আকৌ শুই পৰোঁ। সিদিনাও অভ্যাস অনুযায়ী ৰাতি পোহৰ হবৰ সময়ত বাহিৰলৈ যাবৰ মনেৰে দুৱাৰ মেলিছোঁহে, মুহূৰ্তৰ ভিতৰতে দুজন পুলিচে দুটা বন্দুক মোৰ বুকুৰ ওপৰত তুলি ধৰি জোৰ দি কলে, "নলৰিব, লৰিলেই গুলী কৰিম।" মই চৰক পৰা মানুহৰ দৰে থিতাতে থিয় হৈ থাকি নিজৰ অৱস্থাটো ভাবি ললোঁ। আজি আৰু মোৰ ৰক্ষা নাই। মুহূৰ্তৰ ভিতৰতে চকুৰ আগত দুৰ্গা শৰ্মাৰ চঞ্চল ছবিটো যেন ভাঁহি উঠিল। মনতে ভাবিলোঁ, বন্ধু! ইয়াৰ বাবেই তুমি ঘনাই অহা যোৱা লগাইছিলা।

পুলিচ দুজনে মোৰ বুকুৰ ওপৰত বন্দুক তুলি ৰাখিয়েই হুজুৰ এইপিনে আহক বুলি কলে। অলপ পিছতেই চাৰিজন অফিচাৰে হাতত ৰিভলবাৰ লৈ আহি মোৰ সন্মুখত থিয় হ'ল আৰু বস্তিৰ চাৰিওপিনৰপৰা অনুমান বাৰজনমান চিপাহীয়ে হাতত বন্দুক লৈ বেগাই ওলাই আহি মোক আগুৰি ধৰিলে। চি-আই-ডি ইন্সপেক্টৰ তনুৰাম দণ্ডই আগুৱাই আহি মোৰ হাতত থাপ মাৰি ধৰি কলে, "শৰ্মা! আজি আৰু সৰিবৰ উপায় নাই।"

চি-আই-ডি দত্তক মই আগৰেপৰাই চিনি পাওঁ। তেওঁ বিলাসী-পাৰা থানাত ইনচাৰ্জ থকা অৱস্থাত তেওঁৰ বহাত গৈ এদিন চাহ খাই আহিছিলোঁ। অনুমান সেইটো সাত আঠ বছৰৰ আগৰ কথা। মোৰ বিশ্বাস, মাথোঁ এদিনৰ এঘণ্টাৰ বাবে দেখা সাক্ষাতত মানুহক ইমান দিনৰ পিছত স্মৰণ ৰখা কঠিন। নিশ্চয় আজি দত্তই মোৰ চেহেৰা পাহৰি গৈছে। মই হলে তেওঁৰ চেহেৰা পাহৰা নাই। তেওঁক দেখা পায়েই মই চিনি পাইছোঁ। তেওঁলোকক ফাঁকি দি কেনেকৈ আত্মৰক্ষা কৰিব পাৰোঁ, তাৰে উপায় চিন্তিলোঁ। আন একো উপায় উদ্ভাৱনা কৰিব নোৱাৰি, দত্তক প্ৰশ্ন কৰিলোঁ। আপোনালোকে কাক বিচাৰিছে? দত্তই কলে, "আমাক ব্ৰজ শৰ্মাক লাগে, আপুনিয়েই ব্ৰজ শৰ্মা নহয় জানো?" মই কলোঁ, যোৱা কালি ব্ৰজ শৰ্মা আবেলিপৰত ইয়াৰেপৰা গুচি গৈছে। মোৰ মিছা ছলনাকেই দত্তই বিশ্বাস কৰি মোৰ হাত এৰি দিলে। মনতে ভাবিলোঁ, মোৰ ফাঁকিটো কাৰ্যকৰী হৈছে। পিছ মুহূৰ্ততেই দেখিলোঁ, মোৰ সম্মুখতেই ইন্সপেক্টৰ জিতেন ডেকা থিয় হৈ আছে। মোৰ ফাঁকি দিয়া শুনি তেখেতে মিচিককৈ হাঁহি মুখ ঘূৰাই লৈ দুখোজমান আঁতৰি গ'ল। ডেকাকো দেখি ভাবি ললোঁ ফাঁকি দিয়া আৰু নচলিব, আগ ধৰি নিজকে চিনাকি দিয়া উচিত হব। ডেকাই তিনিবছৰমান সৰভোগ থানাত থাকি আহিছে। মোৰ ঘৰলৈ অহা-যোৱা কৰিছে। গতিকে তেওঁক ফাঁকি দিবলৈ যোৱাটো মুৰ্খামি।

কিন্তু আচৰিত মোৰ ইমান ডাঙৰ ফাকি দিয়া জানি শুনিও ডেকাই এষাৰ কথাও নকলে। বৰং মোৰ মুখৰ আগৰপৰা অলপ আঁতৰিহে গৈছে। মোৰ কথা শুনি দত্তৰ মুখত যেন হতাশাৰ ভাৱ ফুটি ওলাল। তেওঁ নৰম সুৰত কবলৈ ধৰিলে, "ব্ৰজ শৰ্মা নিশ্চয় আছে। আমি ঘৰ খানাতালাচ কৰিম।" ঘৰ খানাতালাচৰ কথা শুনি মই নিজকে চিনাকি দি কলোঁ, 'ঘৰ খানাতালাচ কৰিবৰ প্ৰয়োজন নাই। ময়েই



ব্ৰজ শৰ্মা। মোক গ্ৰেপ্তাৰ কৰিব পাৰে।' তেতিয়াই ডেকাই লাহে লাহে আকৌ মোৰ ওচৰলৈ আহিল। মই চিনাকি দিয়াত তনুৰাম দত্তই এনে এষাৰ কথা মোক শুনালে নমৰো মানে মনত থাকিব। কলে, "ইমান ফাঁকি দিয়া বদমাচ চোৰ!" তেওঁৰ কথা শুনি, মোৰ গোটেই গাটো জিকাৰ খাই উঠিল। এবাৰ মাথোঁ চোকা দৃষ্টিৰে দত্তৰ মুখৰ পিনে চাই ললোঁ। মুখেৰে একো নামাতিলোঁ। মনকে ভাবিলোঁ ইহঁত বিদেশীৰ গোলাম। চোৰ আৰু ডকাইতৰ লগতেই ইহঁতৰ সম্বন্ধ; ইহঁতৰপৰা ভদ্ৰ ব্যৱহাৰ আশা কৰিবলৈ যোৱাটো অৰ্থহীন। বাধ্য হৈ কথাষাৰ নীৰৱে হজম কৰিলোঁ। অৱস্থাৰ বিপৰ্যয় নহলে দত্তই তেওঁৰ কথাষাৰৰ যথাযোগ্য উত্তৰ পালেহেঁতেন। দেশৰ স্বাধীনতাৰ হকে মৰণকো বৰণ কৰিব পাৰোঁ, কিন্তু ভদ্ৰবেশধাৰীৰ মুখৰ ইতৰজনোচিত উক্তি অসহনীয়।

এইবোৰ গোলমালত ঘৰৰ আটাইবোৰে উঠি বাহিৰ ওলাল। তেতিয়া ৰাতিও ভাল দৰে পোহৰ হৈছে, বেলি ওলাবলৈ ধৰিছে। কোনোৱাই পুলিচক জনাইছে যে মোৰ লগত দুটাকৈ পিস্তল থাকে। তেওঁলোকে কাল্পনিক পিস্তল পাবৰ আশাত খানাতলাচ কৰিবলৈ ধৰিছে। ধানৰ ভঁৰাল, গোসাঁইৰ আসন, বাকচ, আলমাৰী, চাউলৰ পাঁচি একোৱেই বাকী নাৰাখিলে। কিন্তু মই থকা খাট্‌খনৰ তলত যে মোৰ চুটকেচটো আছিল তালৈ তেওঁলোকৰ নজৰ নাছিল। চুটকেচটো পোৱাহেঁতেন, মোৰ দুখনমান দৰকাৰী চিঠি পালেহেঁতেন। আৰু এখন নোট বুকো পালেহেঁতেন। তাৰদ্বাৰা তেওঁলোকৰ কেছত যথেষ্ট সুবিধা হ'লহেঁতেন। আনকি মোক ফাঁচীত ওলোমাবলৈ সাক্ষীৰ প্ৰয়োজনেই নহলেহেঁতেন। ঘাটি জ্বলাই দিয়াৰ চমু টোকা সেই নোট বুকত লিখা আছিল।

যিয়েই হওক, মোক হাত-কেৰেয়া লগাবলৈ দত্তই চিপাহীবোৰক আদেশ দিলে। চিপাহীবোৰে হাত-কেৰেয়া উলিয়াই এজনক মোৰ

হাতত লগাবলৈ কলে। চিপাহীজনে হাত-কেৰেয়া লগাই এডাল মোটা ৰছা তাত লগাই ললে। তেতিয়া অফিচাৰ চাৰিজনে গোপনে কিবা আলচ কৰি মোৰ আশ্ৰয়দাতা আৰু ঘৰৰ মালিক দীপনাৰায়ণ চক্ৰৱৰ্তীৰ হাতটো হাত-কেৰেয়া লগাবলৈ আদেশ দিলে। যেনে আদেশ তেনে কাম। দীপনাৰায়ণৰ হাততো হাত-কেৰেয়া লাগিল।

উভয়কে এডাল ৰছাৰে একেলগে সাঙুৰি লৈ বঙাইগাঁৱলৈ ৰাওনা হ'ল। মনত বৰ দুখ লাগিল, মোৰ নিজৰ বাবে নহয়। আশ্ৰয়দাতা দীপনাৰায়ণ চক্ৰৱৰ্তীক গ্ৰেপ্তাৰ কৰা বাবে। মোক আশ্ৰয় দিয়া বাবে তেওঁ অপমান, লাঞ্ছনা ভোগ কৰিব লগা হ'ল। কি কৰিম, নিয়তিৰ বিধান বুলিয়েই মনৰ দুখ মনতে মাৰ নিয়ালোঁ।

মোক দুজন চিপাহীৰে সৈতে গুৱাহাটীলৈ পঠোৱা হ'ল। দীপনাৰায়ণক গোৱালপাৰালৈ চালান দিলে। যেতিয়া গৈ ট্ৰেইনত উঠোঁ, বহুতে আম, আনাৰস আনি বাটত খাবলৈ আগ বঢ়ালে। মই মোৰ লগত যোৱা চিপাহীদুজনক সেইবোৰ লবলৈ কলোঁ। সিহঁতে সেইবোৰ আগ্ৰহেৰে ললে, আৰু লক্ষ্য কৰিছোঁ, সিহঁতে মোক সম্মানৰ চকুৰেই চাইছিল। সিহঁতৰপৰা যথেষ্ট ভদ্ৰ ব্যৱহাৰ পোৱা গৈছিল। সিহঁতৰ মুখৰপৰাই মই ভাবিব নোৱাৰা মানুহ এজনৰ নাম ওলাই পৰিছে। বজালী অঞ্চলৰ বুঢ়া শিক্ষক এজনে মোৰ আত্মীয় এজনেৰে সৈতে চি-আই-ডি দত্তৰ লগ লাগি ধৰাই দি গবৰ্ণমেণ্টৰপৰা পুৰস্কাৰ আদায় কৰাৰ আশা লৈ ঘূৰি ফুৰিছে। শিক্ষকজনৰ চক্ৰান্ততেই যে আত্মীয়জনে মোক ধৰাই দিছে, সেই কথাও সিহঁতে মোৰ আগত প্ৰকাশ কৰিছে। যিয়েই হওক, ৰাতি আঠমান বজাত গৈ গুৱাহাটী ষ্টেচন পালোঁ। চিপাহী দুজনৰ ভোক লগাত সিহঁতে হোটেলত ভাত খাবলৈ ইচ্ছা প্ৰকাশ কৰিলে। মোক অভিপ্ৰায়টো



ব্যক্ত কৰাত, ময়ো সম্মতি জনালোঁ। তেতিয়া তিনিওজনে পাণবজাৰৰ এখন বঙালী হোটেলত উঠিলোঁ গৈ।

হোটেল পায়েই মই সিহঁতক পায়খানালৈ যাম বুলি কলোঁ। সিহঁতে মোক কলে, "বাবু! আমি আপোনাক হাত-কেৰেয়া খুলি দিওঁ। আপুনি পায়খানালৈ যাওক। আপুনি ভদ্ৰ মানুহ, আমি গৰীব, আমাক যেন নামাৰে। আপুনি আমাক নাজানিলেও, আমি বহুদিন আগৰেপৰাই আপোনাক জানো। সেই বাবেই আজি আপোনাক বিশ্বাস কৰিলোঁ।" ইয়াকে কৈ হাত-কেৰেয়া খুলি দিলে।

মই সিহঁতক নিৰ্ভয় দি পায়খানালৈ গৈ আহি গা-মূৰে পানী ছটিয়াই সুস্থ হৈ আটায়ে ভাত খাই ললোঁ। অনুমান ৰাতি নমান বজাত পাণবজাৰৰ সদৰ থানাত উপস্থিত হলোঁ গৈ। গৈয়েই দেখোঁ, চাব-ইন্সপেক্টৰ তুলসী বাবু থিয় হৈ আছে। মোক দেখিয়েই হাঁহি কবলৈ ধৰিলে "আহক শৰ্মা! আপুনি গ্ৰেপ্তাৰ হোৱা সংবাদ আমি দুপৰীয়াতে পাই গৈছোঁ।" ইয়াকে কৈ এটা চিগাৰেট আগ বঢ়াই অভ্যৰ্থনা জনালে। সাধাৰণ কথাবতৰাৰ পিছতেই লক-আপ খুলি মোক লকআপত সুমাই থলে। তুলসী বাবুৰ লগত বহুদিনৰ আগৰে চিনাকি আছে, তেখেতে সৰভোগ থানাত বহুদিন কটাই আহিছে। পুলিচৰ চাকৰি কৰিলেও ব্যৱহাৰ অতি সুন্দৰ, ভদ্ৰ। ব্যক্তিগত হিচাপে মই তেখেতক ভাল পাইছিলোঁ।

পিছদিনা ৰাতিপুৱা দহ বজাত মোক কোৰ্টলৈ লৈ গ'ল আৰু পুলিচ কোৰ্টৰ ই-এ-চি শ্ৰীঅমৃতলাল মুখাৰ্জীৰ এজলাচত হাজিৰ কৰিলে। ই-এ-চি মুখাৰ্জীয়ে মোৰ মুখলৈ চায়ে প্ৰশ্ন কৰিলে, "আপুনিয়েই ব্ৰজ শৰ্মা?" মই হয় বুলি জনালোঁ। তেখেতে অলপ সময়ৰ বাবে কিবা যেন ভাবিলে। পিছত কলে, "যাওক" পুলিচ কোৰ্টৰপৰা নমাই আনি আকৌ লক-আপত ভৰাই থলে। আবেলি

চাৰিটামান বজাত ক্ৰিমিনেল কয়েদীৰ লগত মোকো সাঙুৰি জেইললৈ লৈ গ'ল।

## নিৰ্জন কাৰাবাসত

মই গ্ৰেপ্তাৰ হোৱা সংবাদ জেইলত থকা ৰাজনৈতিক বন্দীসকলে আগতে পাই গৈছে। সকলোৱে উদ্বিগ্নভাৱেৰে মই অহালৈ বাট চাই জেইলৰ ভিতৰত সোমোৱাৰ লগে লগে আটাইবোৰে মোক বেঢ়ি ধৰিলে, আৰু নানাজনে নানা প্ৰশ্ন কৰিবলৈ ধৰিলে। মই প্ৰত্যেক প্ৰশ্নৰে চমু উত্তৰ দি গৈছোঁ। এনেতে জেইলাৰে আহি সকলোকে আঁতৰি যাবলৈ অনুৰোধ কৰিলে। সকলোৱে অলপ আঁতৰি গ'ল। জেইলাৰে মোৰ ওচৰলৈ আহি কলে, "আপোনাক চেলত থবৰ হুকুম হৈছে। কোনো ৰাজনৈতিক বন্দীৰ লগতে কথা হব নোৱাৰিব।"

চেলত থবৰ হুকুম হোৱা বুলি শুনি সকলো ৰাজনৈতিক বন্দীৰ মুখ শেঁতা পৰি গ'ল। কাৰণ ফাঁচী হব লগা আচামীকহে চেলত আবদ্ধ ৰাখে। মোৰ আৰু বুজিবৰ বাকী নাথাকিল যে মোক নিৰ্জন কাৰাগাৰত থবৰ ব্যৱস্থা হৈছে। ৰাজনৈতিক বন্দীবিলাকৰ মুখলৈ চাই লক্ষ্য কৰোঁ, প্ৰত্যেকেই যেন মনত ভয় পাইছে।

জেইলাৰে পূবৰ মূৰৰ চেলটো খুলি মোক তালৈ নিবৰ দিহা কৰোঁতে সকলো ৰাজনৈতিক বন্দীয়েই প্ৰতিবাদ কৰি উঠিল। চেলটো ভালকৈ ধুব লাগে আৰু খাটিয়া কম্বল উপযুক্তভাৱে তাত দিবলৈ জোৰ দি কলে।

জেইলাৰে কয়েদী লগাই চেলটো ধুই খাটিয়া এখন, বালিচ এটা আৰু কম্বল চাৰিখন তাত ৰাখি থলে। মই গা ধুবলৈ ইচ্ছা প্ৰকাশ



কৰাত চেলৰ ভিতৰতে গা ধুবৰ পানীও ৰাখি থলে। দুদিন গা ধুবলৈ পোৱা নাই, আজি হেঁপাহ পলুৱাই গা ধুই ললোঁ। অলপ পিছতেই বি-ডিভিজনৰপৰা চাহ আৰু ৰুটি পঠিয়াই দিলে। তাৰ অলপ পিছতেই ভাতো আহি পালে।

খোৱা শেষ কৰি বিছনাত বহি, নিজৰ অদৃষ্ট চিন্তা কৰিছোঁ। এনেতে চেলৰ দৰ্জা মেলি জেইলাৰে ভিতৰ সোমাই আহি মোক মাত লগালে, "শৰ্মা! আপুনি এই নিৰ্জন কাৰাগাৰত যথেষ্ট অসুবিধা পাব। আমি হুকুমৰ চাকৰ। ওপৰৱালাৰ নিৰ্দেশ মানি লোৱা আমাৰ কৰ্তব্য। মই মাথোঁ কিতাপ, মেগাজিন, খবৰৰ কাকত এইবোৰ দিহে সহায় কৰিব পাৰিম। আপুনি ৰাতিপুৱা আঠবজাত আধা ঘণ্টাৰ বাবে চেলৰ সন্মুখত বাহিৰ ওলাব পাৰিব, কিন্তু কোনো মানুহৰ লগতে কথা কব নোৱাৰিব। আপোনাৰ ইয়াত যিজন গাৰ্ড থাকিব, আপোনাৰ কিবা দৰকাৰ হলে তাৰদ্বাৰা কৰাই লব পাৰিব।" ইয়াকে কৈ তেওঁ গুচি গ'ল।

মোৰ বিছনাৰ ওচৰতে পায়খানা কৰিবৰ বাবে এটা আৰু পেচাব কৰাৰ বাবেও এটা লোহাৰ বাল্‌তি সজাই থৈছে। ৰাতিপুৱা ছয় বজাতেই মেথৰ আহি চেলৰ ভিতৰত সোমাই সেইবোৰ লৈ যায় আৰু চাফা কৰি নিৰ্দিষ্ট ঠাইত আকৌ সজায় থয়।

চেলৰ পৰিধি দীঘলে অনুমান বাৰ ফুটমান হব আৰু প্ৰস্থে সাত ফুটৰ বেছি নহব। সন্মুখত অকণমান ঠাই খোলা বাৰান্দাৰ দৰে আছে। লোহাৰ চিকৰ দৰ্জা দুখন; এখন ভিতৰৰ, এখন বাহিৰৰ। ভিতৰৰ দৰ্জাখন সন্ধ্যাৰ আগতে বন্ধ কৰে। বাহিৰৰ দৰ্জাখন সদায় বন্ধ থাকে। দিনত বাহিৰত এজন ওৱাৰ্ডাৰ ঘূৰাফিৰা কৰি থাকে। ৰাতি চেলৰ ভিতৰত অকণমান ঠাইখিনিতেই এজন ওৱাৰ্ডাৰ গাৰ্ড থাকে। ৰাতি সেই ওৱাৰ্ডাৰজনৰ লগত দুই চাৰি আষাৰ কথা কবৰ সুবিধা পাওঁ। ওৱাৰ্ডাৰজনে ভিতৰ সোমাইয়েই বাহিৰৰ

দৰ্জাখন ভিতৰৰপৰা তলা লগাই থয়।

এদিন এজন ওৱাৰ্ডাৰে মোক এটা অসম্ভৱ প্ৰশ্ন কৰিলে, “বাবু! আপুনি গলৰ ভিতৰত ডেগাৰ লুকাই ৰাখিব পাৰে? কথাটো সঁচা নেকি? আমাক আপোনাৰ ওচৰলৈ যাবলৈ নিষেধ কৰিছে আৰু সাৱধানে গাৰ্ড দিবলৈ কৈছে।” তাৰ কথাশুনি দুখৰ মাজতো মোৰ হাঁহি ওলাল। ওৱাৰ্ডাৰজন ৰঙিয়াল মানুহ। মই তাক কলোঁ, ‘তোমাক সাৱধানে গাৰ্ড দিবলৈ কৈছে যেতিয়া বুজিবই পাৰিছা। তুমি সাৱধানে গাৰ্ড দি যোৱা।’ মোৰ কথা শুনি মানুহজনে কি ভাবিলে, কব নোৱাৰোঁ। সি আৰু দুনাই মোক কোনো প্ৰশ্নকেই নকৰিলে। মনতে ভাবিলোঁ, জেইল কৰ্তৃপক্ষই অশিক্ষিত এই ওৱাৰ্ডাৰবোৰক ভীতি প্ৰদৰ্শন কৰি কাম আদায় কৰি লবলৈ কিছুমান আজগৱী কথা সিহঁতক কৈ থয়, যাতে সিহঁতে সুশৃঙ্খলে নিজৰ কৰ্তব্য সম্পাদন কৰে।

মুঠ কথা ভুক্তভোগীয়েহে চেলৰ দুৰ্গতি অনুভৱ কৰিব পাৰিব। থিতাতে শৌচ প্ৰস্ৰাৱ কৰা, থিতাতে খোৱা, কবলৈ গলে নৰক কুণ্ডত বাস কৰাৰ সমান। আবেলি পৰত শৌচ কৰিবলৈ হলে, সেই বিকট দুৰ্গন্ধৰ মাজতে বহিয়েই ৰাতিৰ ভাত খাব লাগে। ওৱে ৰাতি সেই দুৰ্গন্ধৰ মাজতে কটাব লাগে। মনত ভাব হয়, ঈশ্বৰে মোৰবাবে এনেকুৱা শাস্তিৰ ব্যৱস্থা কৰিছে যেতিয়া, তেওঁৰেই দান বুলি মূৰ পাতি তাক গ্ৰহণ কৰাৰ বাহিৰে আৰু কোনো উপায় নাই। কোনোমতে জীৱনটোক বঁচাই ৰাখিবলৈ ঘৃণাৰ ভাৱ আঁতৰাই থৈ মনক সংযত কৰি ৰাখি সেই বিষ্ঠাৰ সন্মুখত বহিয়েই ভাত খাই উঠোঁ।

প্ৰথম প্ৰথম দুৰ্গন্ধত বৰ কষ্ট পাইছিলোঁ। তাৰ পিছত অভ্যাস হৈ গ’ল, ঘৃণাৰ ভাৱো কমি আহিল। সেই বিষ্ঠাৰ সন্মুখতে বহি ভাত খাবলৈ ঘৃণা নলগা হ’ল। কিন্তু এটা অসুবিধাই বৰ জুলুম কৰিবলৈ



ধৰিলে। মই থকা চেলটোৰ পশ্চিমত যিটো চেল আছে তাত এজন উন্মাদ থাকে। ওৱে ৰাতি ভীষণভাৱে চিঞৰ বাখৰ কৰি থাকে, আৰু তাৰ ভাত খোৱা লোহাৰ বালতিটোৰে পকাত কোবাই থাকে। সেই ঠন্-ঠননিত প্ৰায় এসপ্তামান সমূলি টোপনি যাব পৰা নাছিলোঁ। ক্ৰমাৎ সেইটোও সহিব পৰা অভ্যাস হৈ গ’ল।

পিছদিনা ৰাতিপুৱা চুপাৰিণ্টেণ্ডেণ্ট্ আহি মোৰ লগত দেখা কৰিলে। তেখেতে আহিয়েই মোক কলে, “আপোনাৰ অসুবিধাবোৰ জেইলাৰক কব। চেলত খোৱা বাবে বৰ বেছি চিন্তা নকৰিব। আপোনাক সহায় কৰিবৰ মানুহ বাহিৰত যথেষ্ট আছে। কিতাপ যি লাগে জেইল লাইব্ৰেৰীৰপৰাই পাই থাকিব। খবৰৰ কাকত মাসিক পত্ৰিকা নিয়মিতভাৱে পাব। আইনৰ ভিতৰত থাকি যিমানখিনি সহায় আমি দিব পাৰোঁ, তাক পাব।” মই তেখেতক ধন্যবাদ জনালোঁ। তেখেতে হাঁহিমুখে মোক সম্ভাষণ জনাই গুচি গ’ল।

আবেলি পৰত ৰাজনৈতিক বন্দীসকলে মই থকা চেলটোৰ সন্মুখতেই ভলি আৰু বেড্মিণ্টন খেলি থাকে। মই চেলৰ ভিতৰৰপৰাই তেওঁলোকৰ খেল চাই থাকোঁ। সেইখিনি সময়ৰ বাবে মনত অলপ আনন্দ পাওঁ। কিন্তু নিৰ্বাক্ হৈ সময় অতিবাহিত কৰাটো এটা ডাঙৰ স্বস্তি। শুনা যায়, এনে নিৰ্জন কাৰাবাসত বহুতে পগলাও হয়। মই ওৱে দিন কিতাপ পঢ়িয়েই সময় কটাই দিওঁ। কেতিয়াবা মন গলে, গুণ্-গুণ্কৈ গীত গাই থাকোঁ।

এদিন দুপৰীয়া মোৰ ভতিজা খৰ্গেশ্বৰে দুটা আম, লোফ আৰু এখন আঠুৱা লৈ মোক দেখা কৰিবলৈ আহিছিল, কিন্তু দেখা কৰিব নোৱাৰিলে, বস্তুখিনি দিয়েই সি গুচি গ’ল। কাৰণ ডি-চিৰ হুকুম নহলে দেখা কৰাৰ উপায় নাই। এনেকৈ নানা কষ্টৰ ভিতৰেদিয়ে প্ৰায় পোন্ধৰ দিনমান অতিবাহিত হ’ল। এনেতে খবৰ পালোঁ,

মোৰ ল'ৰাটোৰ টান বেমাৰ হোৱাত গুৱাহাটীলৈ চিকিৎসাৰ বাবে লৈ আহিছে, লগতে মোৰ ঘৈণীও আহিছে। মোৰ ভতিজা খৰ্গেশ্বৰৰ তত্বাৱধানতে থাকি ডাক্তৰ বৰুৱাৰ হতুৱাই চিকিৎসা আৰম্ভ কৰিছে। কথাবাৰ শুনি মনত বৰ দুখ লাগিল। একেটি মাথোঁ ল'ৰা, তাৰ টান নৰিয়াত মন স্থিৰ ৰখা কঠিন, বিশেষ মোৰ এনেকুৱা অৱস্থাত কি কৰিম! ভগৱানৰ ওপৰতেই ৰক্ষাৰ ভাৰ অৰ্পণ কৰি নিজৰ অদৃষ্টক ভাবি বহি থাকিলোঁ।

এদিন ঘৈণীয়ে ডি-চিৰ হুকুম লৈ মোৰ লগত দেখা কৰিলে। লগত ল'ৰাটিকো লৈ আহিছে, তাৰ অৱস্থা দেখা পাই মই চকুপানী ৰাখিব নোৱাৰা হলোঁ। তথাপি উপায় নাই, ঈশ্বৰৰ ইচ্ছা পূৰ্ণ হওক বুলি মনক সংযত ৰাখিলোঁ।

এনেকৈ দুখ শোকৰ মাজেদিয়েই কুৰি দিনমান অতিবাহিত হ'ল। এদিন দুপৰীয়া কোৰ্টলৈ যাব লাগে বুলি মোক সাজু কৰিলে, কিন্তু অলপ পিছতেই যাব নালাগে বুলি খবৰ পঠিয়ালে। এনেকৈ প্ৰায় পাঁচ-ছয় দিনমান কোৰ্টলৈ যাব লাগে বুলি সাজু কৰে, আৰু অলপ পিছতে যাব নালাগে বুলি খবৰ দিয়ে।

এনেকৈ প্ৰায় আঢ়ৈ মাহ চেলৰ ভিতৰতে অতিবাহিত হ'ল। এদিন বাৰ মান বজাত ভাত খাবলৈ বহিছোঁ, এনে সময়তে জেইলাৰে আহি খবৰ দিলে, "শৰ্মা! আপুনি খালাচ পাইছে। খাই বৈ উঠি অফিচলৈ আহিব।" কথাবাৰ শুনি প্ৰথমে মই বিশ্বাসেই কৰিব নোৱাৰিলোঁ। মনৰ মাজত কিবা যেন এটা বেলেগ ভাৱৰ উদয় হ'ল। ভাত খাবলৈ আৰু মন নোহোৱা হ'ল। জেইলাৰৰ কথাৰ সত্যতাৰ ওপৰত যেন সন্দেহ উপস্থিত হ'ল। ভিতৰত কিবা যেন লুকাই থকা অনুভূতি এটা আছিল। জেইলাৰে কথাবাৰ কৈয়েই আঁতৰি গ'ল।

অলপ পিছতেই শুনো, ৰাজনৈতিক বন্দীবিলাকে ভীষণ চিঞৰ-বাখৰ লগাইছে। 'চেম্ চেম্ বৃটিছ গৱৰ্ণমেণ্ট' বুলি মহা গোলমাল



লগাই দিলে। বাহিৰত থকা ওৱৰ্ডাৰজনে চেলৰ তলা খুলি দি মোক মাতিলে "বাবু! ওলাই আহক, আপুনি খালাচ পাইছে।" চেলৰপৰা বাহিৰ ওলাইছোঁহে, এনেতে প্ৰায় এশমান ৰাজনৈতিক বন্দী আহি মোক আগুৰি ধৰি কবলৈ ধৰিলে। "পুলিচে অভিযোগ উঠাই লৈছে। আপুনি খালাচ পাইছে।" আকৌ 'চেম্ চেম্ বৃটিছ গৱৰ্ণমেণ্ট' বুলি চিঞৰি উঠিল।

মই আটাইকে সম্ভাষণ জনাই অফিচলৈ ৰাওনা হলোঁ। অফিচৰ দুৱাৰ মুখ পায়েই দেখিলোঁ চি-আই-ডি ইন্সপেক্টৰ তনুৰাম দত্ত আৰু আন এজন চি-আই-ডি আহি অফিচৰ ভিতৰ সোমাল, আৰু হাঁহি মুখে মোক কবলৈ ধৰিলে, "আহক শৰ্মা! আপুনি খালাচ পাইছে। আমাৰ লগত কোৰ্টলৈ বলক। আপোনাক এশ উনত্ৰিশ ধাৰামতে আকৌ গ্ৰেপ্তাৰ কৰা হ'ল।" ময়ো হাঁহি মুখে জবাব দিলোঁ, "আপুনি কোৱাৰ আগতে বুজি পাইছোঁ। বলক ক'লৈ যাব লাগে। তিনিজনে মটৰত উঠি কোৰ্টলৈ ৰাওনা হলোঁ। আবেলি পৰত আকৌ আনি জেইলত ভৰাই থলে। অনিৰ্দিষ্ট কালৰ বাবে মোক নিৰাপত্তা বন্দী হিচাপে ৰাখি থলে।

জেইল পোৱাৰ লগে লগে জেইলাৰে মোক বি-ডিভিজনলৈ পঠাই দিলে। এজন কয়দীৰ হাতত মোৰ বাবে বিছনা, বালিচ, পোছাক আদি পঠিয়াই দিলে। যিয়েই নহওঁক চেলৰ সেই নৰক কুণ্ডৰপৰা অব্যাহতি পালোঁ।

বি-ডিভিজনত সোমায়েই মনত আনন্দ অনুভৱ কৰিলোঁ। সঙ্গী বহুত মিলি গ'ল। বৰপেটাৰ মধুসূদন দাস, নৱদ্বীপ পাটগিৰি, জয় চৌধাৰী, গঙ্গা চৌধাৰী, দীননাথ ঘোষ, দেহি বাবু, দেবেন কলিতা, লক্ষ্মী শৰ্মা আৰু আন বহুতো। খেল ধেমালিৰ ভিতৰেদিয়ে দিনবোৰ অতিবাহিত হবলৈ ধৰিলে। কেইদিন মান পিছতেই গোপীনাথ বৰদলৈ দেৱেও চকুৰ বেমাৰ হৈ যোৰহাট জেইলৰপৰা

বদলি হৈ গুৱাহাটী আহি পালে। তেখেত অহাত মনত বৰ আনন্দ পালোঁ। আমাৰ বি-ডিভিজনৰ খোৱা বোৱাত চকু ৰাখিবলৈ আটায়ে মোকেই অনুৰোধ কৰিলে। ময়ো তেখেতসকলৰ অনুৰোধ ৰক্ষা কৰি খোৱাৰ তত্বাৱধানত ব্যস্ত হলোঁ।

বৰদলৈ দেৱৰ বাবে সুকীয়াকৈ দৈনিক মাগুৰ মাছ এযোৰ, জহা চাউল আৰু নেমু টেঙা ছুটা দিয়ে। বাকী আন আঞ্জা আৰু দাইল আমাৰ বি-ডিভিজনৰপৰা দিয়া হয়। তেখেতৰ সুখ সুবিধাৰ কাৰণে এজন কয়দী চাকৰ নিয়োগ কৰি দিলে। সেই কয়দী চাকৰজনে তেখেতৰ গাধোৱাৰ যোগাৰ আৰু সুকীয়া ৰন্ধা-বঢ়াৰ কামখিনি সম্পাদন কৰে।

নিতৌ সন্ধিয়া খোৱাৰ পিছত আমি ব্ৰিজ খেলিবলৈ ধৰোঁ। বৰদলৈদেৱৰ ব্ৰিজ খেলাত বৰ আগ্ৰহ দেখা গৈছিল। দীননাথ মেধি আৰু দেহিবাবু, বৰদলৈ আৰু মই, প্ৰত্যেক খেলত যোগ দিওঁ। বৰদলৈ দেৱে তাচ লবলৈ আৰু ভগাই দিবলৈ এজন শোৱালকুছিৰ ল'ৰা ৰাখে। মই কনট্ৰেক্ট ব্ৰিজ আগতে জনা নাছিলোঁ। বৰদলৈ দেৱৰপৰাই শিকি লৈছোঁ। মই প্ৰায় খেলত ভুল কৰোঁ। ভুল হলে তেখেতৰ গালি খাব লগা হয়। মই নীৰৱে তেখেতৰ গালি সহ্য কৰোঁ, কিন্তু মেধি ডাঙৰীয়াই মোৰ হৈ তেখেতে গালি পৰাৰ প্ৰতিবাদ কৰে। এদিন কিবা এটা ডাঙৰ ভুল কৰাত তেখেতে মোক গৰু বুলি গালি পাৰিলে। মোৰ খং উঠি তাচ সোপা ঠেকেচা মাৰি থৈ উঠি আহিলোঁ। তেখেতে অলপ লাজ পালে। মেধি ডাঙৰীয়াইও মোক বেয়াকৈ গালি পৰা বাবে তেখেতক কিবাকিবি কলে। তেখেতে অলপ সময় টলকা মাৰি থাকি মোক সান্ত্বনা দি মাতি আনিলে আৰু খেলত বহুৱাই দিলে।

এনেকৈ খেল ধেমালিৰ মাজেদিয়েই দিনবোৰ কটাবলৈ ধৰিলোঁ। অকস্মাৎ এদিন এটা কাণ্ড ঘটিল, ৰাজনৈতিক বন্দীৰ সংখ্যা বৃদ্ধি



পোৱাত জেইলৰ ঠাইৰ নাটনি হ'ল। কৰ্তৃপক্ষই চাৰি পাঁচটামান ডাঙৰ ডাঙৰ খেৰৰ ঘৰ ৰাজনৈতিক বন্দী ৰাখিবলৈ সজাই লৈছিল। তাৰে এটা ঘৰৰ আধাখিনিত আমাৰ বি-ডিভিজনৰ খোৱাৰ ঠাই নিৰ্ণয় কৰি টেবিল বেঞ্চ তাত সজাই ৰাখিছিল। আমি নিতৌ সন্ধিয়া আৰু ছুপৰীয়া তাত খোৱা বোৱা কৰোঁ।

এদিন সান্ধিয়াৰ আগ ভাগতেই সেই ঘৰটোত কোনোৱাই জুই লগাই দিলে। ঘটনা ডাঙৰেই হ'ল। তেতিয়া আমাৰ খোৱা বোৱা শেষ হোৱা নাই। জুই ভীষণভাৱে জ্বলি উঠি ঘৰটোৰ আধাখিনি পুৰি গ'ল আৰু দক্ষিণ মূৰত সজাই লোৱা বহুত টুকুৰিও পুৰি গ'ল। জেইলৰ ভিতৰত মহা গোলমালৰ সৃষ্টি হ'ল। কয়দীবোৰে আহি তৎপৰতাৰে জুই নমাই দিলে যদিও, ক্ষতি অলপ হ'ল। ইপিনে দিনে ৰাতিয়ে চি-আই-ডিৰ দলে জেইলৰ ভিতৰত অহা যোৱা লগালে, কিন্তু গুং সূত্ৰ একো উলিয়াব নোৱাৰিলে। আমি নিৰীহভাৱে টলকা মাৰি থাকিলোঁ।

## চিলেট জেইললৈ বদলি

কিন্তু আচল কথাটো মোৰ অবিদিত নাছিল। শোৱালকুছিৰ কিছুমান ডেকা ল'ৰাৰেই এই কাম। এজনে কথাবাৰ মোক জনাইছিল, কিন্তু মই জেইলৰ ভিতৰত তেনে কাম নকৰিবলৈ কৈছিলোঁ। তথাপি সিহঁতে মোৰ কথা নামানি কেৰাচিন তেলত কাপোৰ ভিজাই তাতে জুই লগাই সেই ঘৰটোৰ মূধত দলিয়াই দিলে। লগে লগে ঘৰটোত জুই উঠিল। পৰিণামত হ'ল চি-আই-ডিবোৰে অনুমানতে মোকেই সন্দেহ কৰি গুৱাহাটী

জেইলৰপৰা চিলেট জেইললৈ মোক বদলি কৰিলে, কাৰণটো জেইলাৰৰ মুখৰপৰাই জানিব পাৰিছিলোঁ।

ভগৱানক ভৰসা কৰি চিলেট জেইললৈ যাবলৈ সাজু হলোঁ। গুৱাহাটী জেইলৰ সকলো সুখ সুবিধা বিসৰ্জন দি সঙ্গীহীন দেশলৈ যাব লগা হোৱাত মনত বৰ দুখ পালোঁ আৰু সেই উচ্ছৃঙ্খল ডেকাবোৰলৈ মনত বিৰক্তিৰ ভাৱো উপজিল। তথাপি উপায় নাই, যাবই লাগিব। দুদিন পিছতেই মটৰেৰে চিলং চহৰৰ মাজেৰে চিলেট জেইলত গৈ উপস্থিত হলোঁ।

যাবৰ সময়ত যিমান দুখ লাগিছিল, তাত গৈ সেই দুখ লেশ মাত্ৰও নাথাকিল। তাত গৈ লগ পালোঁ মাননীয় দেৱেশ্বৰ শৰ্মা, হৰেশ্বৰ গোস্বামী, গৌৰীকান্ত তালুকদাৰ, ৰজনী চৌধুৰী, ডাঃ হোমেশ্বৰ চৌধুৰী, কামেশ্বৰ দাস ইত্যাদিক। বহুতো দেশৰ মানুহ লগ পাই মনত আকৌ শান্তি ফিৰি আহিল। কিছুদিন অতিবাহিত হোৱাত নগাঁৱৰ মহেন্দ্ৰ হাজৰিকাকে আদি কৰি দহ বাৰ জনমান সঙ্গী নগাঁৱৰ জেইলৰপৰা বদলি হৈ চিলেট জেইলত গৈ উপস্থিত হ'ল, আৰু বজালীৰ গিৰিশ চৌধুৰীও তেওঁলোকৰ লগত যোৱা দেখি মনত বৰ আনন্দ পালোঁ। প্ৰায় তিনি মাহমান অতিবাহিত হোৱাত হৰেশ্বৰ গোস্বামী দেৱে খালাচ পাই ঘৰলৈ গুচি আহিল। তেখেত অহাতো বিশেষ একো বেয়া নালাগিল। কিন্তু ছমাহমান অতিবাহিত হোৱাৰ পিছত আমাৰ অসম ভেলীৰ আটাইবোৰেই মোক অকলে এৰি আকৌ গুৱাহাটীলৈ বদলি হৈ আহিল। মই অকলে চিলেট জেইলত থাকি যোৱাত মনত বৰ দুখ আহিল; তেওঁলোকে যাবৰ পৰত ইমান দুখ পালোঁ যে মোৰ অজ্ঞাতে চকুৰ পানী ওলাল।

মোৰ তেনে অৱস্থা দেখা পাই চুপাৰিণ্টেণ্ডেণ্টে মোক শান্ত্বনা দি কলে, "মই অতি সোনকালে আপোনাকো পঠাবৰ দিহা কৰিম, বৰ



বেছি চিন্তা নকৰিব।" কিন্তু তেখেতৰ সকলো চেষ্টাই বিফল হ'ল। চিলঙৰপৰা লিখি পঠিয়ালে। মই হেনো জেইলত সংযত হৈ থাকিম বুলি লিখিত প্ৰতিশ্ৰুতি দিব লাগে। অন্যথাই, মই চিলেটতেই আৱদ্ধ হৈ থাকিব লাগিব।

মোৰ আৰু বুজিবৰ বাকী নাথাকিল যে এইটো গুৱাহাটী জেইলৰ অগ্নিকাণ্ডৰ ফল। তথাপি চুপাৰিণ্টেণ্ডেণ্টক সুধিলোঁ, মই জেইলত অসংযত আচৰণৰ কি কাম কৰিলোঁ। তেখেতে কলে, "আমি একো বেয়া ব্যৱহাৰ পোৱা নাই। কিন্তু গুৱাহাটী জেইলত কি কৰিছে নকৰিছে আমি নাজানো; গতিকে লিখিত প্ৰতিশ্ৰুতি দিব লাগে।" মই লিখিত প্ৰতিশ্ৰুতি দিবলৈ অস্বীকাৰ কৰিলোঁ, গতিকে মোক চিলেটতেই চৰিত্ৰ সংশোধন কৰিবলৈ আৱদ্ধ ৰাখিলে।

## তেজপুৰ জেইলত

চিলেট জেইলতেই এবছৰ উকিল যোৱাৰ পিছত মোৰ বেমাৰ হ'ল। ভাত খাব নোৱাৰা হলোঁ। দাঁতৰ বিষ হৈ মুখ উখহি উঠিল। মাজে সময়ে জ্বৰো হবলৈ ধৰিলে। দিনক দিনে শৰীৰৰ ওজন কমি গ'ল।

মোৰ অৱস্থা দেখা পাই চুপাৰিণ্টেণ্ডেণ্ট ভয় খাই গ'ল। জোৰ দি লিখা-লিখি কৰিবলৈ ধৰিলে। তেখেতে মোৰ জীৱনৰ দায়িত্ব লবলৈও অস্বীকাৰ কৰিলে। তেতিয়াহে বাধ্য হৈ মোক তেজপুৰ জেইললৈ বদলি কৰিলে। তথাপি গুৱাহাটীলৈ যাব নিদিলে।

মনতে ভাবিলোঁ তেজপুৰলৈ গলেও নিজৰ ঠাইতে থকা হব। এই অপভ্ৰংশ বঙালী মাত আকৌ শুনিব নালাগিব। দুষাৰ অসমীয়া কথা কৈ মনত শান্তি পাম। চিলেট জেইলত থকা অৱস্থাত কেই-

গৰাকীমান চিলেটীয়া বন্ধু পাইছিলোঁ৷ নিকুঞ্জ গোস্বামী, দুর্গেশ দেৱ, যতীন্দ্ৰ ভদ্ৰ, অৱলা বাবু, পূৰ্ণেন্দু সেন, উকিল মোবাৰক আলি, চঞ্চল বাবু, অচিন্ত্য ভট্টাচাৰ্য, জমিয়ত-উলেমাৰ কৰ্মী, ইব্ৰাহিম চুতুলী চাহাব ইত্যাদি। তেখেতসকলৰ ব্যৱহাৰ অতি উচ্চ খাপৰ। প্ৰায় আটাইবিলাকেই উচ্চবংশ আৰু অৱস্থাপন্ন ঘৰৰ মানুহ। মই তেখেতসকলৰ লগত বঙালী ভাষাৰেই কথা কৈছিলোঁ। কিন্তু যেতিয়া তেওঁলোকৰ ভিতৰত কথা বতৰা হয় তেতিয়াহে বুজি লোৱাত টান পাওঁ। কিবা যেন অদ্ভুত ধৰণৰ বঙালীভাষা ব্যৱহাৰ কৰে। মই ভেবা লাগি চাই থাকোঁ, এক আখৰো বুজি নাপাওঁ।

মুঠ কথা মোক মৈমনসিং ফুলছৰী ঘাটেৰে ঘুৰাই আনি তেজপুৰ জেইলত সুমাই থলে। তেজপুৰলৈ আহি মনত শান্তি আকৌ ঘুৰাই পালোঁ। সেইসময়ত জেইলত লগ পালোঁ৷ মাননীয় বিষ্ণুৰাম মেধি, ফকৰুদ্দিন আলি আহম্মদ, মতি বৰা, পূৰ্ণচন্দ্ৰ শৰ্মা, ভদ্ৰকান্ত গগৈ, ৰূপৰাম সুত, ইত্যাদি। মনৰ শান্তি ফিৰি অহাৰ লগে লগে বেমাৰো আৰোগ্য হবলৈ ধৰিলে। অৱশ্যে, ঔষধো ব্যৱহাৰ কৰা হৈছিল। তেজপুৰত মোৰ স্বাস্থ্যৰ যথেষ্ট উন্নতি হোৱা লক্ষ্য কৰি মনত আনন্দ পালোঁ। অলপদিন পিছতেই বৰদলৈ-চাদুল্লা চুক্তি হৈ গ'ল। সকলোৰে মনত এটা আশা হ'ল ; এই চুক্তিৰ ফলত আটায়ে খালাচ পাম। চুক্তিৰ কিছুদিন পিছতেই মাননীয় মেধি ডাঙৰীয়া, ফকৰুদ্দিন চাহাব, মাননীয় বৰা ডাঙৰীয়া খালাচ হৈ গ'ল। অলপদিন পিছতে পূৰ্ণ শৰ্মাও খালাচ পালে। অৱশিষ্ট ৰাজনৈতিক বন্দীবিলাকেও দলে দলে ( Batch ) খালাচ হবলৈ ধৰিলে, কিন্তু, নগাঁৱৰ মৃত্যু বাহিনী দলটোক ( মহেন্দ্ৰ হাজৰিকাৰ দল ) আৰু মোক আৱদ্ধ ৰাখিলে।

১৯৪৫ চনৰ আগষ্ট মাহত খবৰৰ কাকতত এটা চৰকাৰী বিজ্ঞপ্তি প্ৰকাশ হ'ল---চৰকাৰে হেনো সৰভোগ থানা আৰু ঘাটি ধ্বংশ কৰা জনক আৰু নগাঁৱৰ মৃত্যুবাহিনীৰ দলটোক এৰি দিব নোৱাৰে।



বিজ্ঞপ্তিটো পঢ়ি চাই খালাচ পোৱাৰ আশা এৰি পেলালোঁ। মনৰ মাজত এনে এটা ভাৱৰ উদয় হ'ল যে ইংৰাজৰ ৰাজত্বকালত বোধহয় আমাৰ মুক্তিৰ আশা সমূলি নাই।

এটা কথা উল্লেখ কৰিবলৈ পাহৰিছোঁ। মহেন্দ্ৰ হাজৰিকাক চিলেট জেইললৈ নি চেলত আৱদ্ধ কৰি ৰাখিছিল। মই অহালৈকে তেওঁ চিলেটতেই আছিল। তেখেতে চেলৰ ভিতৰতে কেইদিনমান অনসনো কৰিছিল। কাৰণ, মোৰ অবিদিত।

এনেভাৱে তেজপুৰ জেইলৰপৰা বহুতেই খালাচ পাই গ'ল। মৃত্যু বাহিনীৰ দলৰ ডেকাবোৰকো তেজপুৰ জেইলৰপৰা নগাঁও জেইললৈ অনা হ'ল। থাকিলোঁ মাথোঁ মৃত্যু বাহিনীৰ দলৰে ৰূপৰাম সুত আৰু মই। সেই প্ৰকাণ্ড ঘৰটোত উভয়ে নিজৰ অদৃষ্ট চিন্তা কৰিয়ে দিনবোৰ কটাবলৈ ধৰিলোঁ। প্ৰায় এমাহমান যোৱাৰ পিছত ৰূপৰাম সুতো নগাওঁ জেইললৈ বদলি হৈ গ'ল। থাকিলোঁ মাথোঁ মই অকলে। তেতিয়া মোৰ মনৰ অৱস্থা কেনে হৈছিল তাক ভুক্তভোগীৰ বাহিৰে আনে উপলব্ধি কৰিব নোৱাৰিব। শ্ৰীসুতে মোক সম্ভাষণ জনাই যাবৰ পৰত মোৰ চকুলো ওলাই অহাত তেওঁক ভালভাৱে মাতেই দিব নোৱাৰিলোঁ। তেওঁ বিষণ্ণ মনেৰে গুচি গ'ল। অলপ পিছতেই জেইলাৰে আহি মোক কলে, "শৰ্মা ; আপুনিতো এইটো ঘৰত অকলে থাকিব নোৱাৰিব। আপুনিও মাননীয় মেধি ডাঙৰীয়া থকা ৰুমলৈ বলক, তাত আপোনাৰ সুবিধা হব।

অফিচৰ সন্মুখত ফুলনিৰ ওচৰতেই দুটা কোঠাৰ এটা সৰু পকী ঘৰ আছে, তাৰে এটা ৰুমত মাননীয় মেধি ডাঙৰীয়া আৰু আনটোত ফকৰুদ্দিন চাহাব আছিল। তাৰে এটা ৰুমত মোক থাকিব দিলে। আগৰ থকা ঘৰটোতকৈ ইয়াত বহুত সুবিধা আছে। গাধোৱা ঘৰ, পায়খানা প্ৰতিটো ৰুমতেই সুকীয়াভাৱে আছে। সেইটো ঘৰ অকল ইউৰোপীয়ানসকলৰ বাবেহে সজাইছিল। বৰ্তমানত এ-ডিভিজনৰ

ৰাজনৈতিক বন্দীবিলাকৰ বাবে এৰি দিছিল। উপস্থিত তাত কোনো নথকাত মোৰেই বাসস্থান হ'ল।

তেতিয়ালৈ দুজনমান ৰাজনৈতিক বন্দী চি-ডিভিজনত আছিল। আমাৰ সৰভোগৰ ৰামমোহন ঠাকুৰীয়াও খালাচ পোৱা নাছিল। দিনৰ ভিতৰত তেওঁলোকক লগ পাওঁ, কিন্তু সন্ধিয়াৰ পিছত অকলেই কোঠাৰ ভিতৰত নিজৰ কৰ্মফলকেই সুঁৱৰি বহি থাকোঁ। কেতিয়াবা বেজাৰ মনেৰে অকলে বহি থকা দেখিলে এচিষ্টেণ্ট জেইলাৰ চম্পক বৰুৱা আহি মোৰ লগত কথা পাতি থাকে আৰু বৰ বেছি চিন্তা-ভাৱনা নকৰিবলৈ উপদেশ দিয়ে।

এনেভাৱে প্ৰায় ছমাহমান সেইটো ঘৰতেই কটাই দিলোঁ। খালাচ পোৱাৰ কোনো আশাই নেদেখিলোঁ। প্ৰতি মুহূৰ্ত্ততে চৰকাৰী বিজ্ঞপ্তিটোৰ কথা কেইফাঁকি মনত পৰি ( সৰভোগ থানা আৰু ঘাটি জ্বলাই দিয়াজনক এৰিব নোৱাৰোঁ ) এটা যেন হতাশ ভাৱৰ দুৰ্বলতাই জীৱনক আগুৰি ধৰি অতিষ্ঠ কৰি তুলিলে। এবাৰ ভাবোঁ, বৰদলৈদেৱে কি কৰিছে? আমাৰ প্ৰতি জানো তেখেতৰ কোনো কৰ্তব্য নাই? পিছ মুহূৰ্ত্ততে ভাবোঁ, তেখেতে কি কৰিব, চাচুল্লাই সকলো ক্ষমতাৰ গৰাকী, কাজেই প্ৰভুৰ মন লগা কাম কৰিবলৈ তেওঁ বাধ্য। এনে খেলি-মেলি ভাৱনাবোৰকেই সঙ্গী কৰি দিন নিয়াৰ ধৰিলোঁ। অকল-শৰীয়া পাই চিন্তা দেৱীয়েও মনৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিলে। তেওঁৰ হাত এৰাৰ কোনো উপায়েই বিচাৰি নাপালোঁ।

মোৰ খোৱা-বোৱাৰ যোগাৰ চি-ডিভিজনৰ ৰান্ধনি ঘৰতেই সুকীয়া-ভাৱে দিছিল, এজন কয়দী চাকৰ ৰন্ধা বঢ়াৰ বাবে নিযুক্ত কৰা হৈছিল। সিয়েই মোৰ যাবতীয় কাম সম্পাদন কৰে।

এদিন আবেলিপৰত দেখোঁ এজন ইউৰোপীয়ান চাহাব টকা আত্মসাৎ কৰাৰ অপৰাধত এবছৰৰ বাবে জেইলত সোমালহি আৰু মই থকা ঘৰটোৰ দ্বিতীয় কোঠাটোত আহি আশ্ৰয় ললে। মনত বৰ



ভাল লাগিল সঙ্গীহীন জীৱন যাপন কৰিছিলোঁ, এজন সঙ্গী পাই মনত আনন্দ অনুভৱ কৰিলোঁ। চাহাবজনৰ সশ্ৰম কাৰাদণ্ড হৈছিল। তেওঁ ৰাতিপুৱাতেই টোপনিৰপৰা উঠিয়েই কাৰো হুকুমলৈ অপেক্ষা নকৰি ফুলনিখন চাফা কৰাত লাগি যায়। মই আচৰিত হৈ তেওঁ কাম কৰা চাই থাকোঁ। মনতে ভাবোঁ এওঁলোকেই প্ৰকৃত দায়িত্বজ্ঞান সম্পন্ন কৰ্মীজাতি। আমাৰ ভাৰতীয় কয়দীসকলৰ লগত এওঁলোকক ৰিজাই চালে, আকাশ পাতালৰ পাৰ্থক্য দেখা যায়। পুৱা ছয় বজাৰপৰা আঠ বজালৈ কাম কৰি চাবনেৰে হাত মুখ ধুই ব্ৰেকফাষ্ট খাবলৈ বহি যায়। নবজাৰপৰা এঘাৰ বজালৈ আকৌ কৰ্মত লিপ্ত হয়।

দুদিনমান যোৱাৰ পিছত চাহাবজনে মোৰ লগতেই পুৱা আৰু গধূলি চাহ খাবলৈ ইচ্ছা প্ৰকাশ কৰাত মই সম্মতি জনালোঁ। ৰুটি মাখন উভয়েই সমানে পাওঁ, জ্যেম জেলী তেওঁ অধিক পায়। একেলগে খাওঁ যেতিয়া, জ্যেম জেলীৰ অংশও মই পাই থাকোঁ। ৰাজনৈতিক বন্দীসকলক সম্মানৰ চকুৰে চায় আৰু নিজৰ অপৰাধৰ কথাও গোপন নকৰে। তেওঁ যে গবৰ্ণমেণ্টৰ বহু টকা আত্মসাৎ কৰিছে তাক স্বীকাৰ কৰে। দেশত তেওঁৰ পৰিবাৰ আৰু এজনী ছোৱালী আছে। যুদ্ধৰ আগতে তেওঁ বোম্বে পোৰ্টডিৰেক্টৰত চাকৰি কৰিছিল। ছোৱালীজনী তাতেই ওপজা।

হঠাতে আৰু এজন সঙ্গী আহি পালে, গৌহাটী বেঙ্কৰ তেজপুৰ শাখাৰ এজেণ্ট। মানুহজন বঙালী। তেৰোঁ টকা আত্মসাৎ কৰা শ্ৰেণীৰেই। তেওঁ জেইলত ভাত নাখায়। তেওঁৰ পৰিবাৰে প্ৰত্যেক দুপৰীয়া আৰু গধূলি ভাত-আঞ্জা পঠিয়াই দিয়ে। তেওঁ জেইললৈ আহিয়েই আমাৰ লগত বন্ধুত্ব স্থাপন কৰিলে। আমিও এজন ভদ্ৰ মানুহ সঙ্গী পাই, তেওঁৰ লগত মিলি গলোঁ।

তেওঁ থাকে চি-ডিভিজনত, কিন্তু খায় মোৰ লগত। তেওঁ আহি

মোৰ লগ লোৱাত, খোৱাৰ পাৰিপাট্য দুগুণে চৰিল; কিন্তু তেওঁলৈ পঠোৱা আঞ্জাবোৰত জ্বালাৰ মাত্ৰাটো বেছি। কেতিয়াবা ইমান জ্বালা আঞ্জা পঠিয়ায় যে, মই খাবলৈ টান পাওঁ। চাহাবজনক কোনোদিন তামচা কৰি জ্বালা আঞ্জা খাবলৈ দিওঁ, তেওঁ অলপ খায়েই চিঞৰি উঠে। আমি তাকে দেখি হাহোঁ।

## মুক্তি

এনেভাৱে তেজপুৰ জেইলতেই অনুমান এবছৰমান কটালোঁ। এদিন ৰাতিপুৱা এচিষ্টেণ্ট জেইলাৰ চম্পক বৰুৱা হাঁহি মুখে আহি মই থকা কোঠাত সোমাল। তেওঁ মোক কলে, "শৰ্মা, আজি দুপৰীয়াৰ ভাতসাজ জেইলতে খাই এক বজাত জেইল এৰি যাবলৈ সাজু হওক। আজি আপোনাৰ খালাচৰ হুকুম আহিছে। ধোবাৰ ঘৰত কিবা কাপোৰ থাকিলে অনোৱাৰ দিহা কৰক।"

তেওঁৰ কথা শুনি মই হাতেৰে স্বৰগ চুকি পোৱা যেন পালোঁ। বৰুৱাক বহিবলৈ কৈ চাকৰজনক চাহ কৰিবলৈ কলোঁ। উভয়ে চাহ খলোঁ। বৰুৱাক বিদায় দি বিছনা বান্ধিবলৈ সাজু হৈছোঁ, এনেতে জেইলাৰেও আহি কৈ গ'ল, "শৰ্মা, আপুনি খালাচ পাইছে। যাবলৈ সাজু হওক। এক বজাত আপোনাৰ বস্তু-বাহানি লৈ অফিচলৈ যাব।" মই "বাৰু" বুলি কৈয়েই কামত লাগিলোঁ। দহমান বজাতে কাপোৰ বিছনা ঠিক কৰি বাৰমান বজাতেই অফিচত গৈ হাজিৰ হলোঁ।

জেইলাৰে ট্ৰেইনৰ ইণ্টাৰ ক্লাচৰ ভাড়া আৰু খৰচৰ টকা বুজাই দিলে আৰু এজন কয়দীৰ হতুৱাই মোৰ বিছনা, বাকচ, কাপোৰৰ টোপোলা আনি জেইলৰ গেটত ৰাখি থলে। জেইলৰপৰা বাহিৰ



ওলায়েই শান্তিৰ নিশ্বাস পেলালোঁ। মনত এনে এটা আনন্দৰ অনুভূতি আহিল যে, আনক বুজোৱা টান।

বাহিৰ ওলাই সন্মুখৰ গছডালৰ তলত থিয় হৈ ভাবিলোঁ, এতিয়া যাওঁ ক'লৈ? হঠাৎ মাননীয় অমিয় দাসৰ কথা মনত পৰিল। বাকচ, বিছনাবোৰ গেটতেই এৰি থৈ, দাস ডাঙৰীয়াৰ ঘৰৰ পিনে খোজ মেলিলোঁ। তাত গৈ দেখিলোঁ, দাস ডাঙৰীয়া ঘৰত নাই। আছে মাননীয়া পুষ্পলতা দাস। মোক দেখা পায়ে তেওঁ ওলাই আহিল। মই নমস্কাৰ জনাই খালাচ হৈ অহাৰ কথা তেখেতক জনালোঁ। তেখেতে এপিয়লা চাহেৰে সম্ভাষণ জনাই ৰাতিৰ বাবে আলহী হবলৈ অনুৰোধ কৰিলে। মনতে ভাবিলোঁ, ৰক্ষা পৰিলোঁ। তাত আৰু অলপো পলম নকৰি জেইল গেটত এৰি থৈ অহা বিছনা, বাকচ, কাপোৰৰ টোপোলা আদি কুলী এজনৰ মূৰত চপাই দি, শ্ৰীযুতা দাসৰ ঘৰলৈ লৈ গ'লোঁ। ৰাতিৰ খোৱাটো পৰিপাটিভাৱেই তেখেতে মোক যোগাৰ কৰি দিছিল।

পিছদিনা ৰাতিপুৱাতেই তেখেতৰ ঘৰতে চাহ খোৱা পৰ্ব শেষ কৰি, পোষ্ট অফিচলৈ গৈ চিন্তাহৰণ পাটগিৰি ডাঙৰীয়ালৈ এখন টেলিগ্ৰাম কৰি খালাচ পোৱাৰ খবৰটো জনালোঁ। নবজাত তেজপুৰ ৰাঙাপাৰা লাইনৰ গাৰীত উঠি ৰাঙাপাৰা পালোঁ। তাত হোটেলত খোৱা বোৱা কৰি ৰঙিয়াগামী ট্ৰেইনত উঠি বহিলোঁ। বাটত বহু চিনাজনা ভদ্ৰলোকৰ লগত সাক্ষাৎ হ'ল। বিশেষকৈ বৰপেটাৰ এক্চাইজ্ ইন্সপেক্টৰ কনক পাঠকৰ লগত কেবাটাও ষ্টেচন আহিলোঁ। ৰাতি দহমান বজাত সৰভোগ ষ্টেচন পালোঁগৈ। বৰনগৰীয়া ডেকাবোৰৰ বহুতেই মোৰ আগমনৰ প্ৰতীক্ষাত আছিল। গাৰী আহি পোৱাৰ লগে লগে 'বন্দে মাতৰম' ধ্বনি দি মোক আদৰি ললে।

পাটগিৰি ডাঙৰীয়াৰ ঘৰত চাহৰ যোগাৰ কৰা হৈছিল। তাত গৈ চাহ খাই নানা কথা-বতৰাৰ পিছত মাহুলীঝাৰ গাঁৱলৈ যাত্ৰা কৰিলোঁ।

মোৰ বয়-বস্তুখিনি আগন্তুকসকলেই কঢ়িয়াই লৈ গ'ল। তাতো বুঢ়া ডেকা বহুতেই মোৰ আগমনৰ অপেক্ষাত আছিল। সকলোকে সম্ভাষণ জনাই সিদিনালৈ বিশ্ৰাম ললোঁ।

সৰভোগলৈ আহিয়েই আকৌ কংগ্ৰেছৰ কামতেই নিজক আৱদ্ধ ৰাখিলোঁ। কিন্তু দুখৰ বিষয়, প্ৰাচীন কৰ্মীসকলৰ লগত ক্ৰমাৎ মোৰ মতৰ অমিল হবলৈ ধৰিলে। আজি কব নোৱাৰোঁ মোৰ নিজৰেই ভুল, নে তেওঁলোকৰেই। ফলত কংগ্ৰেছৰ কাম কৰাত মই অসুবিধা পাই নিশ্চেষ্ট থাকিলোঁ। ইপিনে চোচিয়েলিষ্ট পাৰ্টিয়ে কংগ্ৰেছ মহাসভাৰপৰা ওলাই আহি স্বকীয়া অনুষ্ঠান গঢ়ি তুলিলে। তেতিয়ালৈ মই কৰ্মশূন্য কংগ্ৰেছী হৈয়েই আছোঁ।

এদিন মই নিজা কামত বাসুগাঁৱলৈ যাবলৈ আহিছোঁ। সেইখন গাৰীতেই হৰেশ্বৰ গোস্বামী দেৱো ধুবুৰীলৈ যাবলৈ আহিছে। মোক ষ্টেচনত দেখা পাই তেখেতে মাত লগালে। ময়ো তেখেতক দেখি তেখেত অহা ডবাটোতে উঠি বাহিলোঁ। তেতিয়া তেখেতে চোচিয়েলিষ্ট পাৰ্টিভুক্ত হৈ, অসমৰ চোচিয়েলিষ্ট পাৰ্টিৰ জেনেৰেল চেক্ৰেটাৰীৰ বাব লৈছে। মই চোচিয়েলিষ্ট পাৰ্টিৰ নীতি আৰু কৰ্ম পদ্ধতি জানি লবৰ মনেৰে তেখেতক প্ৰশ্ন কৰিলোঁ। সুন্দৰ আৰু সৰলভাৱেই চোচিয়েলিষ্ট পাৰ্টিৰ নীতি আৰু লক্ষ্য মোক বুজাই দিলে। মনোযোগেৰে তেখেতৰ ব্যাখ্যা শুনিলোঁ। মনত এটা ভাৱান্তৰ উপস্থিত হ'ল আৰু দৃঢ় বিশ্বাস হ'ল যে, আমাৰ এই দুখীয়া দেশৰ অৰ্থ নৈতিক অৱস্থাৰ পৰিবৰ্তন অনাৰ একমাত্ৰ অনুষ্ঠান এই চোচিয়েলিষ্ট পাৰ্টি ; যদিহে গোস্বামীদেৱৰ নীতি ব্যাখ্যা অতিৰঞ্জিত হোৱা নাই।

দীৰ্ঘকাল বহু নিৰ্যাতন ভোগাৰ পিছত, বিলাতত বন্থুৱা চৰকাৰৰ প্ৰধান মন্ত্ৰী এটলীৰ আমোলত ভাৰতে স্বাধীনতাৰ দুৱাৰ মুখ দেখা পালে যদিও, ভাৰতৰ ভাগ্যবিধাতাসকলে, ভাৰত মাতাৰ পবিত্ৰ অঙ্গক সুতীক্ষ্ণ হালালী ছুৰীৰে ডোখৰ ডোখৰ কৰি পাকিস্তান আৰু হিন্দু-



স্থানৰ সৃষ্টি কৰিলে। লগে লগে পাকিস্তানী উচ্ছৃঙ্খল প্ৰবৃত্তিৰ উৎপীড়নত উৎপীড়িত হৈ শই শই হিন্দুৱে পৈতৃক ভেটি মাটি এৰি পলাল। বহু নাৰীয়ে পৱিত্ৰ সতী ধৰ্ম বিসৰ্জন দিলে। তাৰেই ফলত হিন্দু আততায়ীৰ হাততেই জাতিৰ পিতা মহামানৱ মহাত্মাজীয়ে মৃত্যু বৰণ কৰিব লগা হ'ল। স্বাধীনতাৰ দুৱাৰ মুখ পাওঁতেই আমি পিতৃহীন হলোঁ। ইয়াতকৈ পৰিতাপৰ বিষয় আৰু কি হব পাৰে ? মহাত্মাজীৰ অভাৱক নেওচা দিও আমি স্বাধীনতাৰ উৎসৱ পালন কৰিলোঁ। ভাৰতত কংগ্ৰেছ গবৰ্ণমেণ্ট স্থাপিত হ'ল। কিন্তু আজি কি দেখিছোঁ ? যিসকলে ইংৰাজৰ গোপন গোয়েণ্ডা হৈ কংগ্ৰেছীসকলক ধৰাই দিছিল তেওঁলোকেই আজি গান্ধীটুপী পিন্ধি স্বাৰ্থ পূৰণৰ বাট বিচাৰি ছিলং পাহাৰত দলদোপ হেন্দোলদোপ লগালে। তেওঁলোকৰ কাণ্ড দেখি হাঁহিবই নে কান্দিবই ! তেওঁলোকৰ লগতেই নিস্বাৰ্থ কংগ্ৰেছী কিছুমানেও নিজৰ স্বাৰ্থপূৰণৰ বাবে দুৰ্নীতিৰ আশ্ৰয় লবলৈও কুণ্ঠা বোধ কৰা নাই। দুখৰ বিষয় যি কেইজন প্ৰকৃত দেশসেৱক আৰু ত্যাগী পুৰুষ আছিল, তেওঁলোকেও এইবোৰৰ প্ৰতিবাদ নকৰি নিশ্চষ্ট হৈ বহি থাকিল। বিৰুদ্ধবাদীসকলে কংগ্ৰেছৰ দুৰ্নীতিৰ ডায়েৰীও ছপাই উলিয়ালে। তথাপি আজিলৈ তাৰ কোনো প্ৰত্যুত্তৰেই দেখা নাপালোঁ।

মহাত্মাজীৰ পবিত্ৰ কংগ্ৰেছ অনুষ্ঠানৰ বিলাই দেখি প্ৰাণত বিতৃষ্ণাৰ ভাৱ উপজিল। মনৰ মাজত চোচিয়েলিষ্ট পাৰ্টিৰ নীতিয়ে যেন নতুন ৰূপলৈ ভুমুকি মাৰিলে। তেতিয়াই কংগ্ৰেছ এৰি চোচিয়েলিষ্ট পাৰ্টিত যোগদান কৰিলোঁ। দুবছৰ পাৰ্টিৰ কৰ্মী হিচাপে অক্লান্ত পৰিশ্ৰমৰ মাজেৰে সৰভোগত পাৰ্টিৰ শাখা অফিচ স্থাপত কৰিলোঁ। বহু বাধা অতিক্ৰম কৰি পাৰ্টিৰ কাম কৃতকাৰ্যতাৰে আগুৱাই যাবলৈ ধৰিলে। সভ্য সংখ্যাও বহুগুণে বৃদ্ধি পালে। মনত এটা উৎসাহ আহিল। এনেভাৱে আৰু কিছুদিন কাম কৰিব পাৰিলে

বৰনগৰত চোচিয়েলিষ্ট পাৰ্টিয়ে প্ৰাধান্য কৰাটো একো আচৰিত নাছিল। কিন্তু ১৯৫২ চনৰ নিৰ্বাচন আহি পোৱাৰ লগে লগে সকলো ওলট পালট হৈ গ'ল। পাৰ্টিয়ে সৰভোগ সমষ্টিত মোকেই নমিনেচন দি কংগ্ৰেছৰ বিৰুদ্ধে থিয় কৰিলে। ইয়াতেই প্ৰাদেশিক চোচিয়েলিষ্ট পাৰ্টিৰ কৰ্ণধাৰসকলকৰ শৈথিল্য দেখা পাই হতাশ হৈ পৰিলোঁ। মিটিঙৰ আয়োজন কৰিবলৈ আগতে প্ৰোগ্ৰাম কৰিও নিৰ্দিষ্ট বক্তাৰ অনুপস্থিতিত কেবাখনো মিটিং পণ্ড হৈ যোৱাটো অতি দুখজনক পৰিস্থিতি বুলিয়েই ধৰিব লাগিব। প্ৰাদেশিক বক্তাসকলৰ নিশ্চয় উচিত আছিল আগতেই ভাবি চিন্তি প্ৰোগ্ৰাম কৰি লোৱা।

নিৰ্বাচনৰ সময়ত এখন মিটিঙতো এজনো প্ৰাদেশিক বক্তাৰ সহায় নোপোৱাত বিৰক্তিৰ ভাৱ ওপজাটো স্বাভাৱিক। নিজৰ মনতেই ভাৱৰ উদয় হ'ল যে যিটো অনুষ্ঠানে এখন ৰাষ্ট্ৰ পৰিচালনা কৰিবলৈ আগ বাঢ়িছে, তেওঁলোকৰ এনেকুৱা শিথিলতা অশোভনীয়।

যদি তেখেতসকলে আগতেই জানি লৈছিল যে সৰভোগ সমষ্টিত পাৰ্টিয়ে পৰাজয় বৰণ কৰিব, তেতিয়াহলে তাত প্ৰতিদ্বন্দ্বিতা নকৰা-টোৱেই উচিত আছিল। সেইটো হলে বৰনগৰ চোচিয়েলিষ্ট পাৰ্টি স্থায়ীভাৱেই থাকিলহেঁতেন। ফলত গৈ বৰনগৰত চোচিয়েলিষ্ট পাৰ্টিৰ চিন চাব নাইকিয়া হৈ গ'ল। কৰ্মীসকলৰ মনত আগৰ সেই উৎসাহ উদ্দীপনা লোপ পালে। সকলোটিয়েই পাৰ্টি এৰি আঁতৰি যাবলৈ ধৰিলে। মোৰ মনেও আৰু ৰাজনীতিৰ আবৰ্জনাৰ মাজত থাকিবলৈ ইচ্ছা নকৰা হ'ল। এই বুঢ়া বয়সত জিৰণিৰ প্ৰয়োজন বুলি ভাবি সকলো অনুষ্ঠানৰে পৰাই তৰত থাকিবলৈ মন কৰিলোঁ।

জয় হিন্দ

# আত্ম-জীৱনী

## মোৰ বাল্যকাল

আজি হঠাৎ মোৰ মনত জীৱনৰ ঘটনাবোৰ এটা এটাকৈ উকি মাৰি সজীৱ হৈ দেখা দিয়াত, মনতে ভাবিলোঁ এইবোৰ লিপিবদ্ধ কৰাত দোষ কি? মইতো অতিৰঞ্জিত কৰি লিখি মানুহৰ চিত্তাকৰ্ষণ কৰিব খোজা নাই। এখন অতি ভিতৰুৱা গাঁওত জন্মগ্ৰহণ কৰিছিলোঁ যদিও কিছুমান ডাঙৰ ডাঙৰ ঘটনা-স্ৰোতৰ লগত জীৱনৰ সম্বন্ধ ওতপ্ৰোতভাৱে জড়িত হৈছিল। মোৰ জন্মভূমিৰ নাম শিলা, বৰপেটাৰপৰা ৫ মাইল পূবে সেই গাঁওখন অৱস্থিত। বৰ্তমান তাত মানুহৰ সংখ্যা বাঢ়ি গৈছে। গাঁৱৰ কেবাজনেও গাঁও এৰি আহি শিঙ্গৰাত পাম ধৰি তাতেই ঘৰ-বস্তি কৰি স্থায়ী হৈ ৰহিছে। ময়ো মোৰ জন্মভূমি এৰিবৰ প্ৰায় ৩২ বছৰ হ'ল। মোৰ জীৱনৰ লগত জড়িত ঘটনাবোৰৰ কোনো ডায়েৰী নাই যদিও মূঠ ঘটনাবোৰ মনত আজিও জাগি থকা অনুভৱ কৰিব পাৰোঁ। ঘটনাবোৰৰ শাখা-প্ৰশাখাবোৰ স্মৰণত নাথাকিলেও যিখিনি আছে সেই খিনিয়েই এখন বিৰাট গ্ৰন্থৰ আকাৰ লব বুলি মোৰ বিশ্বাস।

বাল্য কালছোৱাত যেতিয়া ৪।৫ বছৰ বয়স, তেতিয়া জগতত এক মাতৃৰ বাহিৰে কোনোবা অভিভাৱক থকা বুলি মই অনুভৱ কৰিব পৰা নাছিলোঁ। কিছুদিন পিছত বুজিলোঁ যে মোৰ দুজন ডাঙৰ ভাই আছে। আজিও বেচ মনত পৰে যে মই এজন দুৰ্দান্ত প্ৰকৃতিৰ ল'ৰা আছিলোঁ আৰু মোৰ শাসনকৰ্তা আছিল মোৰ ডাঙৰ ভাই

৺মহেশ্বৰ শৰ্মা। তেওঁৰ শাসন আছিল অতি নিষ্ঠুৰ। মই যেনে দুৰ্দান্ত সেই অনুপাতে শাসনো পাইছিলোঁ কঠোৰ। এটা ঘটনাৰ কথা আজিও বেচ মনত পৰে। আমাৰ ঘৰৰ ওচৰৰ কোচ মানুহ এঘৰৰ ল'ৰা এটা, নাম তাৰ বাঘো। তেতিয়া জাৰৰ দিন পুহ কি মাঘ মাহ হব। মোৰো বয়স ৬ বছৰমান হব। বাঘো আৰু মই আমাৰ জুইশালৰ ওচৰত বহি জুই পুৱাইছিলোঁ। হঠাৎ বদমাইচি বুদ্ধিয়ে আহি মনৰ গতি ঘূৰালে। হোকা চাকা কৰা লোৰ মাৰি এডাল জুইত ৰঙা কৰি, বহি থকা বাঘোৰ উৰুত দিলোঁ বহুৱাই। চেন্চেন্ শব্দে ৰঙা পৰি থকা লোৰ মাৰি দুই/ডেড় ইঞ্চিমান সোমাই গ'ল। চিঞৰত ভূমণ্ডল কঁপাই সি মাটিত বাগৰি পৰিল। গতি বিষম দেখি মই ঘৰৰপৰা বিভঙ্গে গাঁওৰ পিনে লৰ দিলোঁ। ইপিনে বাঘোৰ মাক আহি গালি-শপনিৰ সৃষ্টি কৰিবলৈ ককালত কাপোৰ বান্ধি থিয় হ'ল। আইৰ কাবৌ-কাতৰৰ অনুনয় বিনয়লৈ ভ্ৰুক্ষেপকে নকৰে। "যমৰজাই মোক আজিও কিয় মাৰি নিয়া নাই, মোৰ মাংস টেঙাৰে সিজাই কিয় খোৱা নাই, হাইজাত এতিয়াও কিয় মৰা নাই।" —এইবোৰ গালি-শপনি পাৰিবলৈ ধৰিলে। এখন বেচ তয়া-ময়া ৰণ লাগি গ'ল। ময়ো ভয়তে ঘৰকে এৰিলোঁ। কুজাৰ মূৰৰ আমাৰ গাঁওৰে পাকড়ি গছৰ তলত আশ্ৰয় ললোঁগৈ। ইপিনে ডাঙৰ দাদাই মোক বিচৰাত ব্যস্ত হৈ পৰিছে; লগ পালে মোক বেছ এসেকা দিব। বেলি প্ৰায় দুটামান বজাত মোক বিচাৰি উলিয়ালে। কান্ধৰ গামোচাখনেৰে হাতত বান্ধি পুলিচে চোৰ অনাদি আনি গোহালী ঘৰৰ খুটা এটাত বান্ধি চেকনি এডালেৰে উধাই-মুধাই কেইকোবমান সোধালে। পিঠিৰ কেবা ঠাইতো ফাটি তেজ ওলাল। আই আহি বান্ধ খুলি দি মোক কাঢ়ি লৈ গ'ল। আন দিনাখন সেই সময়লৈ দুসাজমান পেটত পৰে। সিদিনা কেঁচা তেতেলী দুই-চাৰি পাতৰ বাহিৰে একোৱেই



পৰা নাছিল। আইয়ে পানী গৰম কৰি গাটো ধুৱাই দিলে। কিন্তু চাৰিটামান বজাত ভয়ানক জ্বৰ উঠিল। ভাত আৰু খোৱা নহ'ল। লেপ উৰি বিছনাত পৰিলোঁগৈ। মোৰ জ্বৰ উঠাত আইয়ে দাদাক গালি-শপনি পাৰিবলৈ ধৰিলে। ভয়তে দাদাও নিমাত হ'ল।

এটা কথা মই কোৱা নাই, মোৰ যেতিয়া বয়স ডেৰ বছৰ তেতিয়া দেউতা ঢুকাইছে। ময়েই ঘৰৰ ভিতৰত সৰু। ডাঙৰ দাদাৰ বয়স অনুমান বিশ বছৰমান হব। কিয়নো দেউতা ঢুকাবৰ ছয় মাহমান আগতে তেওঁ বিয়া কৰাইছে। ডাঙৰ দাদাৰ তলত কেবাটাও ভাই-ভনী ঢুকাইছে। পাছত মাজু দাদা শ্ৰীযুত কৃষ্ণকান্ত শৰ্মা, তেওঁৰ তলত মহাদেৱ নামে আৰু এজন ভাই আছিল। কিন্তু তেওঁৰ কথা মনত নপৰে।

ইয়াৰ পিছত আহিল মোৰ পাঠ্য জীৱনৰ কথা। মোৰ সহপাঠী গাঁওৰ কেবাজনো ল'ৰাৰ লগ হৈ মই ভেল্লা প্ৰাইমাৰী স্কুললৈ অহা যোৱা কৰোঁ। ভেল্লা আমাৰ গাঁওৰপৰা প্ৰায় এমাইলমান হব। স্কুলতো শান্তভাৱে পঢ়াশুনা কৰা নাছিলোঁ। সদায় কাৰোবাৰ নহয় কাৰোবাৰ লগত মাৰামাৰি অথবা বিনা কাৰণত কাৰোবাক জোঁকাই পণ্ডিতৰ চেকনীৰ কোব খোৱা এটা অভ্যাসৰ অন্তৰভুক্ত হৈ পৰিছিল। আমাৰ শিক্ষকজন আছিল আদহীয়া বয়সৰ। নাম তেওঁৰ শ্ৰীযুত কাতিৰাম দাস। তাৰাবাৰী গাঁওৰ মানুহ। আমাৰ গাঁওতে থাকি স্কুলক অহা যোৱা কৰে। মানুহজন সৰল প্ৰকৃতিৰ আছিল যদিও আমাৰ উদ্ভণ্ডালিত অস্থিৰ হৈ সদায় দুই চাৰিডাল চেকনী লগত ৰাখিব লগাত পৰিছিল। আমাৰ গাঁওৰপৰা স্কুললৈ যাওঁতে এখন মুছলমান গাঁৱেৰে যাব লাগে। গাঁওখনৰ নাম খনকাৰপাৰা। সেই খনকাৰপাৰা গাঁওৰো কেবাজনো মুছলমান ল'ৰা স্কুললৈ অহা যোৱা কৰে। তাৰ ভিতৰত বিনাদ আলি, বৰকত আলি, ইচমাইল

এইবিলাকৰ বাহিৰেও আৰু ল'ৰা আছিল। সিহঁতৰ নাম আজি মনত নাই। বৰকত আলি মোৰ সখি আছিল। কেতিয়াবা স্কুললৈ নগৈ তেওঁলোকৰ মোকাম ঘৰত (মছজিদ) ঘিলা কিম্বা কড়িৰ খেল পাতোঁ। আবেলি স্কুল ছুটী হোৱাৰ সময়ত ঘৰত ওলাওঁগৈ। এবাৰ চাৰি, পাঁচ দিন একেবাহে স্কুললৈ যোৱা নাই। এদিন ভাটিবেলা পণ্ডিত ডাঙৰীয়াই আমাৰ ঘৰ পালেগৈ। দাদাক মাতি সুধিলে ল'ৰটো স্কুলক কিয় যোৱা নাই। ইয়াৰ কাৰণ কি? দাদাই জবাব দিলে যে সি দেখোন সদায় যায়। বাৰু আজি সুধি চাম সি ক'ত থাকে। মই ঘৰত নাছিলোঁ। গৰু আনিবলৈ গৈছিলোঁ। সন্ধিয়া যেতিয়া আহিলোঁ কাণত ধৰি চোতালত থিয় কৰি সুধিলে— "স্কুললৈ কিয় যোৱা নাই, ক'ত থাকা?" ভয়ত মোৰো আত্মাৰাম দেহা এৰিব লগা অৱস্থা হ'ল। ঘামি-যামি উত্তৰ দিলোঁ—"গৈছোঁ দেখোন।" ঠাচ্ কৰি এটা চৰ মাৰি কলে, "পণ্ডিতে এতিয়াই কলে কেবাদিনো যোৱা নাই বুলি, ক'ত থাক ক' নহলে আজি পিঠিৰ ছাল চিঙিম।" এনে নানা উৎপাতৰ মাজেৰে মোৰ গাঁওৰ পাঠশালাৰ পঢ়া অন্ত পৰিল।

আমি কেজনমান, মই আৰু মামা, ডাঙৰ মামাৰ ল'ৰা শ্ৰীযুত মহীনাথ অধিকাৰীৰ লগ ললোঁ। গৌৰীপুৰৰ ৰজাৰ ৺তাৰিণী প্ৰিয়া চতুষ্পাঠী নামৰ সংস্কৃত বিদ্যালয়খনত মহী দাদা পঢ়ে। দাদাই নি মোকো সংস্কৃত পঢ়িবলৈ তাত ভৰ্তি কৰি দিলে। কি কৰিম? বাধ্য হৈ সংস্কৃত পঢ়িবলৈ আৰম্ভ কৰিলোঁ—অকাৰাদি ক্ষকাৰন্ত মুখস্থ কৰিবলৈ লাগি গলোঁ। মনটো হলে হাইস্কুলৰ পিনে যাব খোজে। কিন্তু দাদাৰ ইচ্ছা মই অধ্যাপক হৈ দেৱালয় কেইখন চলাব লাগে। আমাৰ থকা ঘৰ যি আছিল তাক তেতিয়া ৰাজবাৰীৰপৰা বান্ধি দিয়ে আৰু বছৰি মেৰামত কৰে। খৰচ ৰজাৰ। তাৰ উপৰিও বামুণৰ ল'ৰা কোনোবাই গৌৰীপুৰত



পঢ়িবলৈ গলে ৰজাই তাৰ খৰচ বহন কৰে। পূজাৰ সময়ত টকা দুটা আৰু ধুতি এযোৰ প্ৰত্যেক বামুণৰ ল'ৰাক দক্ষিণা দিয়ে। গৌৰীপুৰত শ্ৰীশ্ৰীদুৰ্গাপূজাত সেই আমোলত পাঠাছাগল প্ৰায় পাঁচ শ, ছয় শ বলী দিয়ে। বামুণৰ ঘৰে ঘৰে এটাকৈ পাঠা, মাছ, দৈ, সান্দহ, ৰসগোল্লা, ময়দা, ঘি, তৰকাৰী, দালি, সকলো বস্তু বেচ সৰহকৈ দিয়ে। আমাক দুটা ঘৰ বান্ধি দিয়ে এটা থকা ঘৰ আনটো পাক ঘৰ। খৰি, নিয়মিত সিধা ৰাজবাৰীৰ চাকৰে সদায় দি যায়। আমি দুয়ো ভাই মহীদাদা আৰু মই পাক কৰি খাওঁ। ঘৰত খোৱা মানুহ ছজন মহাদাদা, মামা, মই, এজন চাকৰ, গতিৰাম তালুকদাৰ আৰু সম্ভুৰাম দাস নামৰ দুটা নলবাৰীৰ ল'ৰা আমাৰ বাহাত থাকি স্কুলত পঢ়ে। থকা খোৱাৰ বাবে মাহে ৩·৫০ পইচাকৈ আমাক দিয়ে। তেতিয়াৰ দিনত সেয়ে যথেষ্ট। কিয়নো চাউল, দালি, খৰি আদি আমি যি পাওঁ সি ছজনক জোৰে। সামান্য দুই এটকাৰ বস্তু-বাহানি কেতিয়াবা কিনিলেই যথেষ্ট। দাদাই মোক এৰি থৈ মামাক গোটাই দি তেওঁ ঘৰলৈ উভতি আহিল। মই এতিয়া কি কৰো? চতুষ্পাঠীলৈ অহা যোৱা কৰি আছোঁ।

দুই এমাহমানৰ ভিতৰতেই মোৰ বন্ধু বহুত বাঢ়িল। সৰহ ভাগ বন্ধু বৰুৱা পট্টিৰ কায়স্থৰ ল'ৰা, দুই চাৰিজন বস্তিৰ ৰাজবংশীৰ ল'ৰাও আছিল। বৰুৱা পট্টিৰ ভিতৰত হিতেশ বৰুৱা মোৰ বন্ধু, নিৰিখ, কালিচৰণ আদি কেবাজনো খেলা-ধূলাৰ বন্ধু। তাত গৈ এটা খেলত বৰকৈ নিচা লাগিল, সেইটো আছিল ফুটবল খেল। নতুনকৈ খেলিবলৈ শিকিছোঁ। প্ৰায় আবেলি জম্বুৱা টেঙাৰ বলেৰে খেলোঁ। মাজে সময়ে ৰাজবাৰীত গৈ প্ৰমথেশ বৰুৱাৰ লগতে ফুটবল খেলোঁ। লাহে লাহে খেলাত পাকৈত হব ধৰিছোঁ। পঢ়াশুনাৰ ফালে মনোযোগ নাই বুলিলেই হয়। সংস্কৃত নপঢ়ি

গতিৰাম আৰু সন্তুৰামৰ ওচৰত ইংৰাজী শিকিবলৈ ধৰিলোঁ। এনেকৈ প্ৰায় তিনি মাহমান গ'ল। মই টোললৈ প্ৰায় পিঠি দিছোঁ। এদিন মোমায়ে ধমকী দি কলে যে টোললৈ যদি নাযাৱ ঘৰলৈ গুচি যা। মনত ভয় লাগিল। আকৌ কেদিনমান টোললৈ গলোঁ যদিও পঢ়াত মন নবহে। ইংৰাজী কিতাপখনহে বৰকৈ পঢ়োঁ।

এনেকৈ কিছুদিন পাৰ হৈ যোৱাৰ পিছত আহিল আম-কঠালৰ দিন। তেতিয়া আৰু পায় কোনে। পঢ়াশুনা সকলো কাতি কৰি থৈ আম খোৱাত লাগি গলোঁ। ৰাজবাৰীৰ বাগানত ভাল ভাল কলমৰ আম অসংখ্য আছে। পুৱা, দুপৰীয়া, আবেলি বাগানতেই অতিবাহিত কৰোঁ। ভাত কেইটা খোৱাৰ পৰতহে বাহালৈ যাওঁ। কোনোমতে ৰাতিটো পোহৰ হলেই আম বিচাৰিবলৈ বাগানৰ পিনে লৰ দিওঁ। আম খোৱা নিচা ইমান বাঢ়িল যে অন্দৰ-মহলৰ ভিতৰত বুঢ়ী ৰাণীৰ বাগানত সোমাই আম চুৰ কৰিবলৈও লাগি গলোঁ। মই আৰু মোৰ বন্ধু হিতেশ বৰুৱা। সৰু সৰু গছত মাটিৰপৰা লাগি আছে দীঘল ডাঙৰ আম। এদিন আবেলি বন্ধু আৰু মই আম চুৰ কৰি আহিবৰ সময়ত বৰকাণ্ডাজে ধৰি পেলালে। দুয়োকো নি বুঢ়ী ৰাণীৰ ওচৰত হাজিৰ কৰিলে। বকোচাত ৮।১০টা মানকৈ আম দেখি বুঢ়ীয়ে ধমকী দি সুধিলে—"ক'ৰ ল'ৰা? কিয় আম চিঙিলা?" এজন বস্তিৰ মানুহ তাত আছিল। সি কলে যে মহেশ ঠাকুৰৰ ভাই, বৰুৱা পট্টিৰ পূজাৰী। এওঁ সুৰেশ বৰুৱাৰ ভাই হিতেশ। বুঢ়ীয়ে কি কব। বামুণক বৰ ভক্তি কৰে। মুখতে কলে বামুণৰ ল'ৰা হৈ আম চুৰ কৰে নে? যা আৰু এনে কাম নকৰিবি। এতিয়া আম কেইটা কি কৰো? দিম নে নিম? বুঢ়ীয়ে একোকেই নকলে। মনতে দোধোৰ-মোধোৰত পৰি থিয় হৈ আছোঁ। বুঢ়ীয়ে কলে যা আৰু কিয় আছা। মই লাহেকৈ



কলোঁ—"ৰাণীমা আম কেইটা—?" বুঢ়ীয়ে হাঁহি দিলে আৰু কলে—"যা লৈ যা, খাবি।" মনটো আনন্দতে নাচি উঠিল। আম লৈ বাহালৈ গলোঁ। বাহাত পুৰণা বৰ ডাঙৰ আম এটা কাঠৰ বাকচত আছিল; তাত অলাগতিয়াল বাচন বৰ্তন থাকে। বাকচটো বোধহয় পিতাৰ আমোলৰ, প্ৰায় জীৰ্ণ অৱস্থাত পৰিছে। তথাপি তাৰ মোহ এৰিব পৰা নাই; আম নি সেই বাকচতে ভৰাই থলোঁ। প্ৰায় দুই কি তিনি দিন আম চুৰ কৰিবলৈ যোৱা নাই। বন্ধু আৰু এজন বস্তিৰ ল'ৰা আবেলি পৰত আহি লগ ধৰিলে আৰু অহা কালি পুৱাতে সেন্দুৰীয়া বাগানত যোৱাৰ প্ৰগ্ৰেম হ'ল। বস্তিৰ ল'ৰাটোৰ নাম আছিল সমভাসী। পিছদিনা পুৱাতে বন্ধু, মই আৰু সমভাসী তিনিওজনে ৰাণীৰ বাগানত সেন্দুৰীয়া আম খাবলৈ ওলাইছোঁ। গৈ দেখোঁ যে আম বহুত লাগিছে আৰু পকিবলৈ আৰম্ভ কৰিছে। কিন্তু গছবোৰ ডাঙৰ, দলিয়াই আম খোৱা যেন টান লাগিছে। গছত উঠিলে অসুবিধা নাই। গতিকে গছত উঠাই স্থিৰ হ'ল, সমভাসীয়ে গছত উঠি আম পাৰি দিব আমি বুটলিম, সেই মতে সমভাসী গছত উঠিল। কেইটামান আম চিঙাৰ পিছত সি আম নিচিঙি পকা-পকা আম ওপৰতেই খাবলৈ আৰম্ভ কৰিলে। ল'ৰাজন গছত উঠাত পাকৈত, একেবাৰে গছৰ টিকনিত বহি আম খাবলৈ লাগি গ'ল। আমি ধমক দিয়াত আকৌ আম চিঙিব ধৰিলে। কিছু সময় পিছতে মৰ্‌মৰ্‌কৈ শব্দ এটা শুনিবলৈহে পালোঁ সমভাসীয়ে গছৰ ঠাল ভাঙি সেই ঠালেৰে সৈতে হুৰ্‌মুৰ্‌কৈ মাটিত পৰি গ'ল। আমি চাবলৈ গৈ দেখোঁ যে চকু দুটা থিয় কৰি এটা কিম্ভুত কিমাকাৰ মূৰ্তি ধৰিছে। সেই মূৰ্তি দেখি আমাৰ উভয়ৰে চুতি হেৰাল। কি কৰো একো বুদ্ধি নাপাই বিভঙ্গে ঘৰৰ পিনে লৰ দিলোঁ। ভয়তে কাকো একো নকলোঁ। আমাক দৌৰি যোৱা দেখি বস্তিৰ মানুহ এজনৰ সন্দেহ হয়। সি লাউখোৱা বিলত বৰশী

বাবলৈ আহিছিল। সিও সেই সময়ত ঘৰলৈ যাবলৈ আহিছে। তাৰ সন্দেহ হৈ আমি য'ৰপৰা দৌৰিছোঁ সেই ঠাইলৈ আগবাঢ়ি দেখে যে আমৰ গছৰ তলত এজন মানুহ পৰি আছে। দৌৰি গৈ দেখে যে তেওঁলোকৰ ঘৰৰ ওচৰৰে ল'ৰা সমভাসী। তেওঁৰ বুজিবলৈ বাকী নাথাকিল যে আম খাবলৈ আহি এই দুৰ্গতি হৈছে। সি ল'ৰাটোক কান্ধত পেলাই ঘৰলৈ লৈ গ'ল। ডাক্তৰ আনি কোনোমতে চেতন আনিলে। আবেলি পৰত সি উঠি বহিল। কেনেকৈ এনে অৱস্থা হ'ল পিতাকহঁতে সোধাত সমুদায় ঘটনা বৰ্ণালে। আমিয়েই যে তাক গছত তুলি দিছোঁ সেইটো কথাও কলে। পিতাকে আহি ৰাজবাৰীত দাদাক সকলো কথা কলে আৰু মামাকো বাহালৈ আহি সমুদায় ঘটনাটো বৰ্ণালে। দাদাই আহি কাণত ধৰি দুই তিন চৰ সোধালে, মোমায়ো তেওঁৰ সৌকা ডালেৰে খুন্দা দুটামান মাৰিলে। কি কৰিম? খুন্দা, চৰ খাই শান্ত মূৰ্তি ধৰিলোঁ। মনে মনে প্ৰতিজ্ঞা কৰিলোঁ যে আৰু এনে কাম নকৰোঁ। পিছ দিনা পুৱাতে ব্যাকৰণখন লৈ আকৌ টোললৈ খোজ ললোঁ। আম খোৱাৰ ঘটনা গৌৰীপুৰত বহুতে শুনিলে আৰু মই যে এজন দুৰ্দান্ত ল'ৰা সকলোৱে সেইটো সাব্যস্ত কৰিলে। টোলৰ প্ৰধান শিক্ষক আছিল মহামহোপাধ্যায় শ্ৰীযুত আত্মনাথ ন্যায়ভূষণ। মানুহজন গম্ভীৰ প্ৰকৃতিৰ, দেখিলে ভয়ও লাগে ভক্তিও হয়। কথা খুব কম কয়। মোৰ আম খোৱাৰ ঘটনা তেৰোঁ শুনিছে। মোক দেখিয়েই গম্ভীৰস্বৰে কলে—"আমৰ ভিতৰত সৰস্বতী আছে। আম খাইয়েই কালিদাস হব পাৰিবি। পঢ়িবৰ আৰু দৰকাৰ নাই।" ভয়তে মুখৰ মাত নোহোৱা হ'ল। চুচুক-চামাককৈ—কিতাপখন মেলি বেঞ্চ এখনত বহি পৰিলোঁ।

কেদিনমান ভালে ভালে অতিবাহিত হ'ল, আমও প্ৰায় শেষ হৈ আহিল। তেতিয়া ভৰ বাৰিষা গদাধৰ নদীত বানপানী



আহিছে। আমি কেজনমানে সদায় নদীত সাঁতুৰিবলৈ যাওঁ; তাৰ ভিতৰত আমাৰ বাহাত থকা গতিৰাম আৰু সম্ভুৰামো সাঁতুৰিব যায়। সম্ভুয়ে ভালকৈ সাঁতুৰিব নাজানে। বেচেৰা বৰ দুৰ্বলো। গতিৰাম হলে সবল, সিও ভালকৈ সাঁতুৰিব নাজানে। বোধহয় তেওঁলোকৰ পিনে ওচৰত নদী নাই আৰু বাৰিষাৰ পানীও আমাৰ ঠাইৰ দৰে নহয়। কেজনমান মাৰোৱাৰী ল'ৰাও আমাৰ লগত সাঁতোৰে, এদিন অথাউনি পানীত এজন মাৰোৱাৰী ল'ৰাক হেঁচা মাৰি ধৰিলোঁ। সি ককৃবক্‌কৈ পানীত তল যাবৰ উপক্ৰম হ'ল আৰু পানীৰ মাজতে মোক খামুচি ধৰিলে, আঘাত পাই তাক এৰি দিলোঁ। সি কোনোমতে পাৰ হৈ আহি মোক গালি-শপনি পাৰিব ধৰিলে আৰু বোকাবোৰ মোৰ গালৈ দলিয়াব ধৰিলে। ময়ো লৰালৰিকৈ পাৰ হৈ আহি পুনঃ তাক আক্ৰমণ কৰিবৰ মনেৰে খেদি গলোঁ। সি তত নাপাই ঘৰৰপিনে লৰ দিলে আৰু ডাঙৰ ভায়েকজনক লগত লৈ পুনৰ খেদি আহিল। ময়ো ফেৰপাতি থিয় হলোঁ—এখন কাজিয়া হবৰ উপক্ৰম হ'ল। শেষত মানুহ আহি সিহঁতক লৈ গ'ল। আমিও বাহাৰ পিনে গলোঁ।

আম খোৱা ঘটনাৰপৰা ৰাজবাৰীৰ বাগানলৈ আৰু নাযাওঁ। বৰুৱা পট্টিতে খেলাৰ আড্ডা চলিল। আমাৰ ঠাকুৰবাৰীৰ ভিতৰত বাবুচাহাবৰ ঠাকুৰবাৰীয়েই ডাঙৰ। বাবুচাহাব ঢুকাইছে। তেওঁৰ মাক তেতিয়া জীৱিত আছিল। আমি আমৈ বুলি মাতিছিলোঁ। বামুণৰ ল'ৰাক বৰ মৰম কৰে। এদিন বুঢ়ীয়ে মোক মাতি নি কলে—"ব্ৰজ, মহাভাৰতখন আদি পৰ্বৰপৰা স্বৰ্গাৰোহন পৰ্বলৈ মোক শুনাব লাগে, তোক তাৰ বাবে টকা পাঁচটা আৰু কাপোৰ এযোৰ দিম।" মই ঘপহকৈ স্বীকাৰ কৰিলোঁ। দৈনিক সন্ধিয়া মহাভাৰত পঢ়িব যাওঁ আৰু ৰাতি ন-দহটা বজাত ঘৰলৈ উভতি আহোঁ। বুঢ়ীয়ে

নিতৌ মোৰ খোৱাৰ যোগাৰ তাতেই কৰিলে। সন্ধিয়া ঠাকুৰে পাক কৰে। ভাততো খাওঁয়েই তাৰ উপৰিও দুধ, কল, চিৰা, মাজে মাজে লুচি, সান্দহ ! বেচ যোগাৰ কৰে বুঢ়ীয়ে মোৰ বাবে। ময়ো দহটা মান বজালৈ মহাভাৰত পঢ়োঁ। ইপিনে মহীদাদাই দৈনিক অকলে ভাত ৰান্ধিব লগাত পৰিল। মোৰ ওপৰত দাদাৰ খং উঠিল। মোক দেখিব নোৱাৰা হ'ল। দিনত ভাত বন্ধা কাম মোক জাপিব খোজে। মই খাটাংকৈ কৈ দিলোঁ—দিনৰ ভাত এদিন তুমি, এদিন মই ৰান্ধিম। ৰাতি মই ভাত নাখাওঁ আৰু নাৰান্ধোও, কি কৰিব। বেচেৰা নিৰুপায় হৈ ৰাতিৰ সাজ অকলে ৰান্ধে।